# প্ৰাচীন বৰনগৰ।

## ( ANCIENT BARNAGAR. )





লিখক—

শ্ৰীচিন্তাহৰণ পাটগিৰি।


---


প্ৰকাশক—

শ্ৰীধৰ্ম্মেশ্বৰ দাস,

সৰভোগ, আসাম।

বেচ।৴৹ পাঁচ অনা।

মোৰ

জন্মদাত্ৰী, জীৱনৰ সুশিক্ষাদাত্ৰী, মাতৃৰ আদৰ্শভূতা, স্বৰ্গীয়া

অমূল্যাপ্ৰিয়া মাতৃদেৱীৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে

"প্ৰাচীন ৰবনগৰ"

দীন পুত্ৰৰ ভক্তি

পুষ্পাঞ্জলি।

—চিন্তাহৰণ।

# নিবেদন।

বৰনগৰ ঠাইখিনিৰ ঐতিহাসিক মূল্য আৰু খ্যাতিৰ গুণত বাহিৰৰ দৃষ্টি ইয়াৰ উপৰত পৰে। কিন্তু, এই ঠাইৰে মানুহ হোৱাতো আমাৰ দৃষ্টি ইয়াৰ উপৰত সিমান পৰা দেখা নাযায়। কোনো ঠাইৰ প্ৰচীন গৌৰৱৰ স্মৃতিয়ে হে সেই ঠাইক তাৰ ধ্বংসৰ পথৰ-পৰা ওভোতাই আনি উন্নতি বা গৌৰৱৰ পথত থিয় কৰি দিব পাৰে। এই সৰু পুথিখানিত বৰনগৰৰ প্ৰচীন গৌৰৱৰ ছবি এটি আঁকা আছে। এই ছবিয়ে অন্ততঃ আমাৰ বৰনগৰীয়া ভাইসকলৰ অন্তৰত এটি প্ৰেৰণা জন্মাই দিব, ইয়াকে ভাৰসা কৰি পুথি খানি ছাফা কৰি উলিওৱা হল। আশা কৰোঁ, ই অন্ততঃ আমাৰ বৰনগৰীয়া ৰাইজৰ আদৰ পাব।

শেষত বৰ দুখেৰে প্ৰকাশ কৰিব লগীয়া যে, ছাফাখানাখন অসমীয়া হোৱা সত্বেও কৰ্ম্মচাৰীৰ কাৰ্য্যৰ দোষত পুথিখানিত বহুতো ছাফাৰ ত্ৰুটি থাকি গল। এই কাৰণে কেইটামান ভুলৰ শুধৰণি দিয়া হল।

সৰভোগ।
৮ ভাদৰ ( শঙ্কৰদেৱৰ তিথি ),
১৮৫২ শক।

প্ৰকাশক।

# লিখকৰ কথা।

বৰনগৰত ভৰি নৌ পৰোঁতেই কেবাখানো বুৰঞ্জীৰ কিতা-পত ইয়াৰ উল্লেখ লিখকৰ চথুত পৰে। শেষত চাকৰি জীৱনৰ সোঁতত পৰি ইং ১৯২৩ চনত লিখক বৰনগৰ পায়হি। পূৰ্ব্বৰ অনুসন্ধিৎসা তেতিয়া ছেগ পাই বাঢ়ি উঠিল। ফলত "প্ৰাচীন বৰনগৰ"ৰ ৰচনা।

"প্ৰাচীন বৰনগৰ" প্ৰবন্ধ ইং ১৯২৪ চনৰ ২৩ মে তাৰিখে প্ৰথমত বৰনগৰ সাহিত্য-সমাজৰ ১ম বাৰ্ষিক সম্মিলনত পাঠ কৰা হৈছিল। সেই সম্মিলনৰ সভাপতি, কামৰূপ অনুসন্ধান সমিতিৰ সেই সময়ৰ অনাৰেৰী চেক্ৰেটৰী, বৰ্ত্তমানে ছিলেট মুৰাৰিচাঁদ কলেজৰ প্ৰফেচাৰ বন্ধুবৰ শ্ৰীযুত উমাকান্ত গোস্বামী এম্-এ, বি-এল্ দেৱে প্ৰবন্ধটি গুৱাহাটীত উক্ত সমিতিৰ বাৰ্ষিক সম্মিলনত পাঠ কৰিব লাগিব বুলি লিখকক অনুৰোধ কৰি থয়। প্ৰবন্ধটিৰ বহুতো উন্নতি সাধন কৰাৰ পাচত ইং ১৯২৫ চনৰ ২৭ অক্টোবৰ তাৰিখে বহা কামৰূপ অনুসন্ধান সমিতিৰ ১৩শ বাৰ্ষিক সম্মিলনত ই পঠিত হয়। "আসাম হিতৈষী"ৰ সম্পাদক হৈ থাকা কালত মাননীয় ৰায়চাহাব শ্ৰীযুত দুৰ্গাধৰ

বৰকটকী দেৱে অনুগ্ৰহ কৰি নি শেষত ইয়াক ২য়-৩য় বছৰৰ "হিতৈষী"ত প্ৰকাশ কৰে। তাৰ পাচত সৰভোগৰ বদান্য মহাজন শ্ৰীযুত ধৰ্ম্মেশ্বৰ দাস ডাঙৰীয়াৰ অনুগ্ৰহত হে ই কিতাপৰ আকাৰে ৰাইজৰ আগত ওলাব পৰিলে।

এইবাৰ কিতাপখানিত আদিৰপৰা অন্তলৈকে তুলি দিব এবাৰ হাত ফুৰোৱা হৈছে।

এই কিতাপখানিৰপৰা বৰনগৰৰ কিছু উপকাৰ হোৱাৰ গম পালেও লিখকৰ পৰিশ্ৰম সাৰ্থক হৈছে বুলি জ্ঞান কৰিব পাৰা হব।

গৱৰ্ণমেণ্ট এইডেড্
বৰনগৰ মজলীয়া ইংৰাজী স্কুল। } শ্ৰীচিন্তাহৰণ পাটগিৰি।
২৪ আগষ্ট, ১৯৩০ ইং।

# শুদ্ধবাণি ।

| পিঠি | শাৰী | হৈছে | হ'ব লাগিছিল |
|---|---|---|---|
| ১ | ১৭ | দেখো | দেখোঁ |
| ৩ | ,, | অনুমানৰ | অনুমানৰ |
| ৯ | ৬ | সুঁতিক | সুঁতিক |
| ১০ | ৭ | 'কোচ হাজোৰ'ৰ | 'কোচ হাজো'ৰ |
| ১২ | ,, | King, | King |
| ,, | ৮ | pp. 297-98 am ) | pp. 297-98 ). |
| ১৩ | ২০ | লক্ষ্মীণাৰায়ণ | লক্ষ্মীনাৰায়ণ |
| ১৪ | ১২ | ৰহিল | ৰহিলা |
| ১৫ | ২২ | প্ৰজতি | প্ৰজাটি |
| ,, | ,, | সিটো | সিতো |
| ১৬ | ৫ | সন্মত | সন্মত |
| ,, | ১৮ | হাথী-ঘোৰা | হাথী-ঘোঁৰা |
| ১৭ | ১৩ | দিলো | দিলোঁ। |
| ,, | ১৪ | পশ্চিম | পচিম |
| ,, | ১৫ | ৰঘুদেৱ | ৰঘুদেৱে |
| ১৯ | ২১ | excaveted | excavated |
| ২১ | ১০ | কাষে | কাষে |
| ২৪ | ৭ | যুক্তিৰ | যুক্তিৰ |
| ,, | ২১ | সোমাল হি। | সোমাল হি।" |
| ২৫ | ২২ | কাষেদি | কাষেদি |
| ২৮ | ৯ | কাঁকিত | কাকিত |
| ৩২ | ১৮ | নাম | নাই |

| পিঠি | শাৰী | হৈছে | হ'ব লাগিছিল |
|---|---|---|---|
| ৩৫ | ২২ | খুজৰ | খুঁজৰ |
| ৪০ | ৪ | Baranadi | Barnadi |
| ৪১ | ৬ | কামৰূপৰ’ | কামৰূপ |
| ৪২ | ২২ | অৰ্থাৎ | অৰ্থাৎ |
| ” | ২৫ | ‘বৰপেটা বোড্, | ‘বৰপেটা বোড্ |
| ৪৩ | ২০ | rebuilt | rebuild |
| ” | ” | tempele | temple |
| ৪৫ | ১৯ | ভেকাৰ বাৰী | ভেকাৰবৰী |
| ৪৬ | ১২ | খাহি | খহি |
| ৪৮ | ১৪ | বনগৰ | বৰনগৰ |
| ” | ” | অবলম্বন | অৱলম্বন |
| ৪৯ | ১২ | হিন্দূ ধৰ্ম্মানুষ্ঠান | হিন্দু ধৰ্ম্মানুষ্ঠান |
| ৫০ | ২৮ | দৰজৰ ৰাজবংশাৱলী | দৰঙ্গ ৰাজবংশাৱলী |
| ৫১ | ৫ | আগৰ-খিনিলৈকে | আগখিনিলৈকে |
| ” | ৮ | বুজনি-সূচক | বুজনিসূচক |
| ৫২ | ৪ | পণ্ডিত-সকলৰ | পণ্ডিতসকলৰ |
| ৫৩ | ১৫ | । | ॥ |
| ৫৫ | ৫ | পাঠক-সকলে | পাঠকসকলে |
| ” | ৭ | সমালোচক-সকলে | সমালোচক সকলে |
| ” | ১২ | সেই-সকলৰ | সেইসকলৰ |
| ৫৬ | ১৮ | হবা | হব |
| ” | ” | আপোনালোক | আপোনালোকে |
| ৫৭ | ২৫ | অবলম্বন | অৱলম্বন |
| ৫৮ | ৭ | নিজেৰ | নিজৰ |
| ” | ৯ | আপোনালোক | আপোনালোকে |
| ” | ১৯ | চাওক | চাওক |
| ” | ২৪ | উদ্ধাৰ | উদ্ধাৰ |

# প্ৰাচীন বৰনগৰ



## প্ৰথম আধ্যা।

### উপক্ৰমণিকা।

সংসাৰীলোকে দিনৰ পৰিশ্ৰমত ক্লান্ত দেহ বিশ্ৰামৰ নিমিত্তে ৰাতি বিছনাত ফেলাই থয়, ৰাতিপুৱা সাৰ পাই দেখে নিশাদেবীয়ে তেওঁক বিছনাত এৰিয়েই গুচি গৈছে; ক্লান্তি তেওঁৰ দেহত আৰু নাই, তেওঁ যেন নতুনকৈ উপজিল, নতুন বলেৰে এতিয়া কৰ্ম্মক্ষেত্ৰত নামিবলৈ দিনমণিয়ে আহি তেওঁক মাতিছে। সেইদৰেই আকৌ পতিত জঙ্গল নলনি [illegible] এডোখৰ আবাদৰ মতলবে খেতিয়কে জঙ্গলবোৰ কাটি ফেলাই পুৰি দিলে; ইপিনে আকৌ এচাম নলৰ গজালি নতুনকৈ গাজি উঠিল। তেতিয়া খেতিয়কে মাটিডোখৰ চাহ কৰি নলৰ আলু পৰ্য্যন্ত নিৰ্ম্মূল কৰিলে; কিন্তু, কিছুদিনৰ পাচত তাত কাঁহি প্ৰভৃতি আন এচাম বন আকৌ গাজি ওলাইছে। দুনাই মাটিডোখৰ চাহ কৰি কাঁহি-বন নিৰ্ম্মূল কৰি খেতিয়কে বাওধান চিতিয়ালে; খৰালি মাহত ধান কাটি নিয়াৰ পাচত আকৌ আন এচাম বনে তাত গাজি উঠিল। এইদৰে এচামৰ বিনাশৰ লগতে আন এচামৰ বিকাশ আমি দেখোঁ; কাৰণ ই সৃষ্টি-ৰীতিৰ্ নৈৰ সোঁতক কেৰে বাধা দিব নোৱাৰে; কোনো ঠাইত

সোঁতে বাধা পালেও সি আন এঠায়েদি নতুনকৈ বাট উলিয়াব,—ই স্বাভাৱিক। এনেকুৱা কাৰণেই সত্যযুগৰ অৱসানৰ লগতে ত্ৰেতাযুগৰ আৰম্ভণ,—দ্বাপৰৰ সামৰণিৰ সময়েই কলিযুগৰ পাতনি।

এই ৰীতিৰ প্ৰৰোচনাত অসমত আহোম ৰাজশক্তিৰ ওপৰত মানৰূপী ৰঘুমালাই শিকা মেলায়; ইংৰাজ ৰূপী প্ৰচণ্ড অগ্নিয়ে তাক শেষত ভৈ-পুৰি নিজৰ তেজ বিস্তাৰ কৰে। কামৰূপতো তেনেকৈ কোচ ৰাজ্যৰ বন্তি ধুমাৰ লাগা হোৱাত মুছলমানে আহি শলিতা বঢ়াই দিয়ে; সমশেষত ইংৰাজবিলাকে নতুন তেল-শলিতা দি সেই বন্তিৰ পুনৰ সংস্কাৰ কৰে। এই সৃষ্টি-ৰীতিৰ প্ৰভাৱতেই আজি আমি ৰুক্মিণী হৰণৰ কুণ্ডিলৰ * ঠাইত সদিয়া পাওঁ; ভগদত্তৰ সময়ৰ জ্যোতিষ চৰ্চ্চাৰ স্থান প্ৰাগ্‌জ্যোতিষপুৰ আজি গুৱাহাটী নগৰ হৈছে; আৰু উষাহৰণৰ শোণিতপুৰ আজি তেজপুৰ নামে জনাজাত।

ঠিক এনেদৰেই আজিৰ যি বৰনগৰ কেইখানমান গাঁৱৰ সমষ্টি মাত্ৰ, তাত চাৰে তিনি শ বছৰ পূৰ্ব্বে কামৰূপ ৰাজ্যৰ ৰাজধানী আছিল। উপৰত কোৱা সৃষ্টি-ৰীতিয়েই ঠাইক নতুনত্ব দিলে, মাত্ৰ পুৰণি নামটো ঠাইৰ লগত গাঁথা থাকিল।

বৰনগৰক ৰাজধানী আখ্যা দিয়াত কিছুমানে ইয়াক [illegible]ত গঢ় উঠা কথা বুলি ভাবিব পাৰে। কিন্তু, জগত পৰিবৰ্ত্তনশীল বুলি যি[illegible] জানে তেওঁ এনেকুৱা কথাক অসম্ভৱ বুলি উকৰাই নিদিয়ে; আৰু বাস্তৱিকে অসম্ভৱ কথাক এনেকি নিজ চকুৰে দেখিলেও কোৱা উচিত নহয়। যাক, বুৰঞ্জীয়ে এই বিষয়ে কি কয় চোৱা যাওক।

---

* বৰ্ত্তমানৰ সদিয়া অঞ্চলেই ভীষ্মক ৰজাৰ বিদৰ্ভ ৰাজ্য আছিল বুলি অসমীয়া মানুহে নিজে দাবি কৰে. বিহাৰ প্ৰদেশৰ মানুহবিলাকেও এই ৰাজ্য সেই প্ৰদেশত আছিল বুলি দাবি কৰে।

# দ্বিতীয় আধ্যা।

## কামৰূপ ৰাজ্য।

খৃঃ পূঃ ৩১০১ চনৰ ( অৰ্থাৎ এতিয়াৰ পৰা ৫০২৬ বছৰৰ ) আগৰে পৰা এই ৰাজ্যৰ নাম কামৰূপ আছিল বুলি জনা যায় ; ইয়াৰ নাম আসাম প্ৰদেশ হোৱাৰ আজি এশ বছৰমানহে হল। খৃঃ পূঃ ৩৮ চনৰ * ভালেমান বছৰ আগেয়ে ( অনুমান ৩১০১ খৃঃ পূৰ্ব্বাব্দত ) এই ৰাজ্যৰ ৰজা আছিল ভগদত্ত, আৰু তেওঁৰ ৰাজধানী আছিল প্ৰাগজ্যোতিষপুৰ ; ইয়াক আজি কালি গুৱাহাটী বোলে। ভগদত্তৰ সময়তে মিত্ৰ ৰজা স্বৰূপে শোণিতপুৰত বান আৰু কুণ্ডিলত ভীষ্মক ৰজাই ৰাজত্ব কৰিছিল যদিও তেওঁবিলাকৰ ৰাজ্য 'সমুদ্ৰে জল বিন্দুবৎ' হৈ কাপৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। বৰ্ত্তমানৰ আসামৰ লগত পূৰ্ব্ববঙ্গ আৰু ভোটান যোগ দিলে সেই সময়ৰ কামৰূপ ৰাজ্যৰ বিস্তৃতি ওলাই পৰে।

খৃষ্টীয় ৭ম শতিকাৰ আগ ভাগত চীন দেশীয় পৰিব্ৰাজক বিখ্যাত

---

* এই সম্পৰ্কে ১৮৪০ খৃষ্টাব্দত তেজপুৰৰ ওচৰত পোৱা তামৰ ফলিখনেই একমাত্ৰ অৱলম্বন। ভগদত্তৰ বংশৰ হৰ্জ্জৰৰ পুতেক বনমালে এই ফলিত এক ব্ৰাহ্মণক মাটি দান কৰিছিল। ফলিখনৰ চন ১৯ সম্বৎ। গেইট চাহাবে তেখেতৰ The Kooh Kings of Kamarup প্ৰবন্ধত সেই চনটো বনমালৰ সিংহাসন প্ৰাপ্তিৰ চন বুলি অনুমানৰ উপৰত ধৰি লৈছে। আমিও যদি তাকে মানি লওঁ তেন্তে হিচাবত এই চনটো ওলাই পৰে।—বৰ্ত্তমান সম্বৎ ১৯৮২, বৰ্ত্তমান খৃষ্টাব্দ ১৯২৫, তেনেহলে সম্বৎ আৰম্ভ হৈছে খৃষ্টৰ ৫৭ বছৰ আগেয়ে। তাৰ ১৯ বছৰ যোৱাত বনমাল সিংহাসনত উঠে। গতিকে ৫৭—১৯ =৩৮।

হিৱেনচাঙে কামৰূপক আহিছিল। সেই কালত কুমাৰ ভাস্কৰ বৰ্ম্মা ইয়াৰ ৰাজা আছিল। তেতিয়াও কামৰূপ ৰাজ্যৰ সীমা আগৰ দৰেই আছিল।

কুমাৰ ভাস্কৰ বৰ্ম্মাৰ পাচত কামৰূপৰ শ্ৰী টুটি আহিল। খৃষ্টীয় দ্বাদশ শতাব্দীৰ আগভাগলৈকে বহুতো সক সক ৰাজাই ইয়াত ৰাজত্ব কৰিছিল; তেওঁলোকৰ ৰাজধানী হৰূপেশ্বৰ আৰু হংসকোষিনীত আছিল বুলিহে জনা যায়, ৰাজ্যৰ সীমাৰ লৰচৰ সম্পৰ্কে একো গমনিব পাৰা নাযায়। মুঠ কথা, এই সময়ত প্ৰাগ্‌জ্যোতিষপুৰ নাম তল পৰিল; আৰু ঠায়ে ঠায়ে খুখান এখান নতুনকৈ ক্ষুদ্ৰৰাজ্য স্থাপিত হব ধৰিলে।

সময়ৰ চক্ৰ ঘূৰিল; ১২২৯ খ্ৰীষ্টাব্দত কামৰূপ ৰাজ্যৰ পূব অঞ্চলত নতুনকৈ এখান পৃথক ৰাজ্য প্ৰতিষ্ঠিত হল। ইয়াৰ নাম হৈ পৰিল আহোম ৰাজ্য। এই ৰাজ্য কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত নহয়, ই কামৰূপ ৰাজ্যক কাটি নি নকৈ পতা স্বাধীন ৰাজ্য। এই ৰাজ্যে কামৰূপ ৰাজ্যৰ কিছু অংশ নিৰ্ব্বিবাদে নিলে, আৰু ক্ৰমে ক্ৰমে কামৰূপ ৰাজ্যৰ সীমা চেপি নিব ধৰিলে। সেই সময়ত কামৰূপ ৰাজ্যত এক প্ৰকাৰ অৰাজকতাৰ সৃষ্টি হৈছিল। দ্বাদশ শতিকাৰ শেষ ছোৱাত কামৰূপত কোনো ৰাজা নাছিল বুলি বুৰঞ্জীয়ে নিভূ'লকৈ কয়।

ত্ৰয়োদশ শতাব্দীৰ আৰম্ভণতে খেনবংশী নীলধ্বজ ৰাজাই এই ৰাজ্যৰ ৰাজা হয়। প্ৰাগ্‌জ্যোতিষপুৰ আকৌ কামৰূপৰ ৰাজধানী হৈ পৰে; কিন্তু, অলপ দিনৰ পাচতে তাৰপৰা ৰাজধানী তুলি নি কমতাপুৰত পতা হয়। আজিকালি কুচবিহাৰ ৰাজ্যৰ পশ্চিমে দিনাজপুৰ জিলাৰ মাজেদি যি এটা ডাঙৰ নৈ বৈ গৈছে, সেইটোৱেই কৰতোয়া নৈ। নীলধ্বজ ৰাজাৰ সময়ত পশ্চিমে এই কৰতোয়াৰপৰা পূবে আহোম ৰাজ্যৰ সীমালৈ ঠাইখিনিয়েই কামৰূপ ৰাজ্য আছিল; কিন্তু, ৰাজধানী প্ৰাগ্-

জ্যোতিষপুৰৰপৰা তুলি নিয়াৰ লগে লগে ৰাজ্যৰ নামো কামৰূপ গুচি কমতা হৈ পৰিল। পূব অঞ্চলৰ প্ৰত্নবিদ্যাকৰ স্থিৰকৃত হলে কামৰূপ নামটো চল হৈয়ে থাকিল।

এই সময়ত কামৰূপৰ শ্ৰী সমূলে হীন হৈ পৰিছিল। ৰজাই ৰাজ্যৰ এক মূৰে থাকাত আৰু আজি কালিৰ দৰে কোনো শাসন সম্পৰ্কীয় বিষয়া নথাকাত ইমূৰৰ ঠাইখিনিৰ আচলতে ৰজা নাইকিয়া হেন হৈ পৰিল। এনে অৱস্থাত আগেয়ে উল্লেখ কৰা মতে আহোমবিলাকে ৰাজ্যৰ সীমা সহজে ঠেলি নিব পাৰিছিল। শেহত এই বংশৰ শেষ ৰজা নীলাম্বৰ সময়ত ১৪৯৮ খৃষ্টাব্দত বঙ্গদেশৰ মুছলমান নবাবৰ আক্ৰমণত কমতাপুৰ ধ্বংস হয় আৰু কমতা ৰাজ্যৰ নাম লোপ পায়। ফলত ৰাজ্যত আকৌ অৰাজকতাৰ সৃষ্টি হয়। গতিকে নিজ নিজ এলেকাত ভূঞা বিলাকেই এক প্ৰকাৰ ৰজা হেন হৈ উঠিল।

ৰাজ্যত ৰজা নাইকিয়া হলে সেই ৰাজ্যৰ অৱস্থা কেনে হব পাৰে তাক অতি সহজে কল্পনা কৰিব পাৰি ; কাৰণ এই অৱস্থা ধুমুহা বতাহত গুৰিয়াল নোহোৱা নাওৰ অৱস্থাৰে যৈতে একে। ৰাজ্যৰ এনে অৱস্থা বেচি দিনলৈ থাকিব নোৱাৰে, যিহেতু সকলো কাৰ্য্য সৃষ্টি-ৰীতিৰ অধীন। কাজেই এই সন্ধিৰ সময়ত আৰু এটা ৰাজশক্তিৰ আবিৰ্ভাব বাঞ্ছনীয়।

# তৃতীয় আধ্যা।

## কোচ ৰাজ্য।

পঞ্চদশ শতাব্দীৰ শেষভাগত, অৰ্থাৎ আজিৰপৰা প্ৰায় পাঁচ শ বছৰ পূৰ্ব্বে, বৰ্ত্তমান গুৱালপাৰা জিলাৰ চিংকা গাওঁৰ পাহাৰৰ ওচৰত—আজিকালিৰ বৈটামাৰীৰ অঞ্চলত—হাৰিয়া নামে এজন মেছ বংশী মানুহ নিজৰ খেল-বোৰৰ ভিতৰত মাতব্বৰ হৈ উঠে। তেওঁৰ পুতেক বিশু পিতাকতকৈয়ো বেচি প্ৰাধান্যশালী হৈ উঠে; তাৰ উপৰি সেই অঞ্চলত তেতিয়া ৰজা নাই। এই সুচলতে তেওঁ সেই অঞ্চলৰ ৰজা বুলি ঘোষণা কৰিলে। তেওঁৰ নাম হল তেতিয়া বিশ্বসিংহ। ই ১৫১৫ খৃষ্টাব্দৰ ঘটনা। শেহত লাহে লাহে এওঁ ৰাজ্য বঢ়াই নি পশ্চিমৰ কৰতোয়াৰপৰা পূবৰ বৰনদী লৈকে গোটেই খিনি ঠাই তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। বৰ্ত্তমানৰ কুচবিহাৰ শেৰত তেওঁৰ ৰাজধানী হৈ পৰে। এই নকৈ হোৱা ৰাজ্য-খনৰ নাম কোচ ৰাজ্য।

এই সময়ত কৰতোয়াৰপৰা দিকৰাইলৈকে ঠাইখিনি দুজন সংশ্ৰৱহীন ৰজাৰ শাসনাধীনত থাকে;—অৰ্থাৎ পূৰ্ব্বৰ কামৰূপ ৰাজ্য ফাটি গৈ দুখান পৃথক ৰাজ্য হৈ পৰে: নতুনকৈ হোৱা ৰাজ্যখনৰ নাম যদিও কোচ ৰাজ্য হৈছিল, ইয়াৰ পূব অঞ্চলৰ প্ৰজাবিলাকে ইয়াক কামৰূপ বোলা অভ্যাসটো এৰিব পাৰা নাছিল।

১৫৪০ খৃষ্টাব্দত বিশ্বসিংহ স্বৰ্গী হোৱাত তেওঁৰ বৰ পুতেক মল্লদেৱে নৰনাৰায়ণ নাম লৈ কোচ ৰাজসিংহাসনত বহে। নৰনাৰায়ণৰ সেনাপতি শুক্লধ্বজ বা চিলাৰায়ৰ পৰাক্ৰমৰ গুণত পূবে নাৰায়ণপুৰ অৰ্থাৎ বৰ্ত্তমানৰ

উত্তৰ লখীমপুৰৰ কাষলৈকে, দক্ষিণে মণিপুৰ, জয়ন্তিয়া, শ্ৰীহট্ট আৰু ত্ৰিপুৰা, উত্তৰে জলপাইগুৰীৰ কাষে হিমালয়ৰ নামনি পৰ্য্যন্ত ৰাজ্য বহল হয়। এই বিজিত ৰজাবিলাকৰ ৰাজ্য তেওঁবিলাকক কৰতলীয়া সূত্ৰে ভোগ কৰিব দি কোচ ৰজাই তেওঁবিলাকৰ কৰতোয়াৰপৰা বৰ নদীলৈকে চাৰেক ৰাজ্য খণ্ড মাত্ৰ নিজে চলাই আছিল।

মহাৰাজ নৰনাৰায়ণৰ আমোলত কোচ ৰাজ্যৰ,—বিশেষকৈ কামৰূপৰ,—যিমান শ্ৰী বাঢ়ে তাক ভাবিলে মনত পবিত্ৰ সুখ, বিমল আনন্দ উপচি পৰে। আসামৰ গোঁহাই কমলা আলি, কামাখ্যাদেৱীৰ বৰ্ত্তমান মন্দিৰ আৰু অসমীয়াৰ পুৰণি সাহিত্যাই এইজন ঋষিৰাজৰ সুকীৰ্ত্তিৰ সাক্ষ্য আজিও দি আছে। এওঁৰ দিনতে কোচ ৰাজ্যৰ আৰু এখান ৰাজধানীৰ সূত্ৰপাত হয়। এই ৰাজধানী পূৰ্ব্বতে উল্লেখ কৰা কামৰূপ ৰাজ্যৰ ৰাজধানী বৰ্ত্তমান বৰনগৰ।

---

# চতুৰ্থ আধ্যা।

## ঘিলাজয়পুৰ, ঘিলাবিজয়পুৰ, বিজয়পুৰ, বিজয়নগৰ বা বৰনগৰ।

এই নতুন ৰাজধানী সৃষ্টিৰ সম্পৰ্কে বৰদোৱাৰ 'গুৰু চৰিত্ৰ' পুথিত আছে—"যেহাবত মহাৰাজাৰ ( অৰ্থাৎ নৰনাৰায়ণৰ ) নগৰত কিছু দুৰ্ঘটনা হোৱাৰ নিমিত্তে দৈৱজ্ঞ অনাই গণনা কৰি জানিব পাৰিছে যে, ৰাজ্যত শনিৰ দৃষ্টি পতিত হোৱাৰ কাৰণে অমঙ্গল হৈছে। তেতিয়াই

আৰু ৰত্নাকৰৰ পানী ডাঙ্গ-ৰৈয়া পৰীক্ষা কৰি ৰত্নাকৰৰ পাৰত নগৰ পাতিছে।" বিজনীৰাজবংশাৱলীতো * নৰনাৰায়ণ ৰজাই খিলা-বিজয়পুৰত ৰাজধানী পাতি কিছুকাল থকাৰ কথা উল্লেখ আছে।

কাৰো কাৰো মতে নৰনাৰায়ণ ৰজাই বাৰ বছৰ কাল ৰাজধানী এৰি আছিল। শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই তেখেতৰ 'মনোমতী'ত লেখিছে,—"নৰনাৰায়ণ ৰজাক হেনো বাৰ বছৰ শনিয়ে পাইছিল। তেওঁৰ দৈৱজ্ঞসকলে তেওঁক শনিৰ কোপ এৰাবলৈ বাৰ বছৰ নিজৰ ৰাজ্য এৰি প্ৰবাস থাটিবলৈ আৰু সেই প্ৰবাসৰ ভিতৰত বিমান পাৰে সৎকৰ্ম্ম কৰিবলৈ উপদেশ দিয়ে।"

ৰজাই বাৰ বছৰ প্ৰবাস খটিছিল বুলি যদি ধৰা যায়, তেন্তে বুৰঞ্জীৰ ঘটনাৰ মিল নাথাকে। গেইট চাহাবে নৰনাৰায়ণ ৰজাৰ সিংহাসন প্ৰাপ্তিৰ চন ১৫৪০ খৃষ্টাব্দ বুলি কৈছে; আৰু ১৫৪৬ খৃষ্টাব্দত চিলাৰায়ে দিগ্বিজয় কৰি ফুৰিবলৈ আৰম্ভ কৰে বুলি লেখিছে। কিন্তু, বৰদলৈ ডাঙৰীয়াই 'মনোমতী'ত লেখিছে,—"বাৰ বছৰ প্ৰবাস খপি নৰনাৰায়ণ মহাৰাজা নিজৰ দেশলৈ গল। আৰু তেওঁৰ সুদিন হোৱাত তেওঁ চাৰিও ফালে আন আন দেশবিলাক জয় কৰিবলৈ মন কৰি তেওঁৰ ভায়েক চিলাৰায়ক পঠায়।"—গেইট আৰু বৰদলৈৰ মতৰ মিল ৰাখিব লাগিলে উপৰৰ চন দুটাৰ অন্ততঃ এটাত ভুল ওলাব।

সম্প্ৰতি এই খিলাবিজয়পুৰৰ অৱস্থিতি সম্পৰ্কে আলোচনা কৰিবৰ আৱশ্যক হল। বিজনীৰাজ বংশাৱলী মতে এই খিলাবিজয়পুৰ কত জানা

---

* এই বংশাৱলীখান বিজনীৰ-ৰজা কুমুদনাৰায়ণৰ সময়ৰ ইষ্টেটৰে একজন বঙ্গালী উচ্চ কৰ্ম্মচাৰীৰ দ্বাৰা বঙ্গলা ভাষাত লিখা আৰু ছপা হোৱা। এই কিতাপখনৰ কুমুদনাৰায়ণৰ পাচত ৰাজাঘৰে বাজেয়াপ্ত কৰিছিল। ১৯১৯ খৃষ্টাব্দত কিবা প্ৰকাৰে এখন কিতাপ লেখকৰ হাতত পৰিছিল।

নামায়, যাত্ৰ ৰজা এজনৰ উপযোগী কৰি সাজোৱা আৰু সকলো সময়ত থকা বাহৰ নাইবা সক নগৰ বুলি ইয়াক বুজা যায়। তাৰ লগতে আকৌ আগতে উল্লেখ কৰা 'গুৰু চৰিত্ৰ' পুঁথিৰ মত মিলালে এই নগৰখান বৰজানৰ পাৰত স্থাপিত হৈছিল বুলি বুজিব পাৰি। 'বৰজান' নামটোৰে নিশ্চয় মনাহৰ কোনো সুতিক বুজোৱা হৈছে। তাৰ উপৰি দুয়োখান পুথিতে উল্লেখ কৰা ৰজাৰ ৰাজধানী এৰি থকাৰ কাৰণো নিশ্চয় একেটাই হব। এই সম্বন্ধে গেইট চাহাবে তেখেতৰ A History of Assam কিতাপত লেখিছে,—"It is however a tradition that owing to the alleged discovery by his astrologers that he was under the influence of Saturn, Naranarayan placed the conduct of affairs entirely in his brother's hand for a whole year and wandered about in disguise.—অৰ্থাৎ নৰনাৰায়ণে শনিৰ দৃষ্টিত পৰা বুলি গণকসকলে গণি-পিতি চাই কোৱাত পূৰা এবছৰৰ কাৰণে কাৰ্য্য চলোৱাৰ ভাৰ ভায়েকৰ হাতত দি ভেঁও ভেশছন কৰি চাৰিও ফালে ঘূৰি ফুৰাৰ এটা কিংবদন্তী আছে।"—গেইট চাহাবৰ এই কথাক যদিও ৰজাই কোনো একঠাইত থিতাপি লাগি থকা নাছিল বুলি আৰু ছদ্মবেশে ঘূৰি ফুৰিছিল বুলি কৈছে, তথাপি একবছৰৰ নিমিত্তে ভেঁও ৰাজধানী এৰি থকা কথাই উপৰৰ 'গুৰু চৰিত্ৰ'ৰ মতক বেছি সমৰ্থন কৰিছে। এই সম্পৰ্কে গুণাভিৰাম বৰুৱাৰো তেখেতৰ 'আসাম বুৰঞ্জী'ত লেখিছে,—"এক সময়ত নৰনাৰায়ণ ৰজাক শনিয়ে পোৱা বুলি জ্যোতিষীয়া সকলে কোৱাত ৰজাই ভায়েক চিলাৰায়ক ৰাজ্যত প্ৰতিনিধি থৈ ছদ্মবেশ ধৰি প্ৰায় এবছৰমান দেশ ভ্ৰমণ কৰি নিজ দেশলৈ উভতি আহে।"

কালক্ৰমে কোচ ৰাজ্য দুভাগ হৈ পৰাত বৰ্ত্তমান গুৱালপাৰা জিলাৰ

পশ্চিমে থকা সোণকোষ নৈকে সীমা কৰি পশ্চিমৰ ভোখৰক কোচবিহাৰ আৰু পূবৰ ভোখৰক কোচ হাজো নাম দিয়া হল। পূবৰ ভোখৰত ৰজা হল চিলাৰায়ৰ পুতেক ৰঘুদেব; আৰু পশ্চিমৰ ভোখৰত তিনি বছৰ ৰাজত্ব কৰি নৰনাৰায়ণ স্বৰ্গী হোৱাত তেওঁৰ পুতেক লক্ষ্মীনাৰায়ণ ১৫৮৪ খৃষ্টাব্দত ৰজা হয়। সেইকালৰ প্ৰজাবিলাকে কোৱা-মিলাৰ সুবিধাৰ কাৰণে 'কোচ বিহাৰ'ৰ পৰিবৰ্ত্তে 'বেহাৰ' আৰু 'কোচ হাজোৰ'ৰ পৰিবৰ্ত্তে 'কামৰূপ' বুলিছিল। কোনো কোনো সময়ত আকৌ 'বেহাৰ' বুলিলে 'পূব বেহাৰ' অৰ্থাৎ কোচ হাজো বা কামৰূপকো বুজাইছিল বুলি অনুমান হয়।

ভগদত্তৰ সময়ৰ কামৰূপ ৰাজ্যৰ সীমা এইদৰে চেপ খাই খাই ১৬৩৮ খৃষ্টাব্দত পূবে বৰনদী আৰু পশ্চিমে সোণকোষ নদীৰ লগত মিলি থাকিল। মুঠ কথা, বৰ্ত্তমানৰ নামনি আসামেই সেই কালৰ কামৰূপ ৰাজ্য আছিল।

১৫৮১ খৃষ্টাব্দৰ অনুমান মাৰ্চ্চ মাহত ৰঘুদেৱে বিজয়পুৰত ৰাজধানী পাতিলে। এই বিজয়পুৰ সম্পৰ্কে গুণাভিৰাম বৰুৱাই তেখেতৰ 'আসাম বুৰঞ্জী'ত লেখিছে,—"ৰঘুদেৱ ৰজাই এতিয়াৰ গুৱালপাৰা জিলাৰ পৰ্ব্বত জোঁৱাৰ পৰগণাত আধুনিক গৌৰীপুৰ নগৰৰ পৰা ১০ মাইল পূবেত গদাধৰ বা গদাধৰ নদীৰ ওচৰত নকৈ নগৰ কৰিলে।" ৰামৰায় দ্বিজ কৃত 'গুৰু লীলা'ৰ—

"গদাধৰ নদীৰৰ মধ্যে মধ্যে নগৰৰ
বহি ব্ৰহ্মপুত্ৰক পৰন্ত॥ ৩৫৮

হেনয় বিজয়পুৰ নগৰত বেন স্থুৰ
পতি পৰীক্ষিত নৃপবৰ।

শত্ৰু জিনি বাহুবলে   ভুঞ্জে ৰাজ্য অবিকলে
মহাৰাজা কামৰূপেশ্বৰ ॥

—এই কথাৰ উপৰত নিৰ্ভৰ কৰিয়েই সম্ভৱ গুণাভিৰাম বৰুৱাই বিজয়পুৰ সম্পৰ্কে তেখেতৰ 'আসাম বুৰঞ্জী'ত সেইদৰে লেখিছে। এই অনুমান ঠিক হলে বৰুৱা ডাঙৰীয়াৰ মতত কিছু আসোঁৱাহ ওলায়। কাৰণ গুৰু চৰিত্ৰ বিলাকৰ প্ৰায় ভাগ কথাই কিংবদন্তীৰ পৰা, বিশেষকৈ মহাপুৰুষীয়া সত্ৰ বিলাকত চৰিত তুলিবৰ সময়ত ওলোৱা আখ্যান বিলাকৰপৰা লেখা। গতিকে এই চৰিত্ৰবিলাকৰ সকলো কথাকে ঐতিহাসিক সত্য বুলি ধৰি লব নোৱাৰি। আন পক্ষে, বৰুৱাদেৱে কোচ বংশাৱলী অনুসৰণ কৰি এই দৰে লেখিব পাৰে। কিন্তু, তাতো আপত্তি থাকি যায়; কাৰণ কোচ বংশাৱলীৰ অতিৰঞ্জিত কথাবোৰে সত্য কথাক প্ৰায় লুকাই থৈ দিছে। গতিকে কোচ ৰাজাসকলৰ সম্পৰ্কে আহোম বুৰঞ্জী আৰু মুছলমান লিখকসকলৰপৰা পোৱা কথা হে সত্য বুলি মানিব লাগে। তদুপৰি বৰুৱাদেৱৰ বুৰঞ্জীত পোৱা কথাখিনি অনিৰ্দ্দিষ্ট (vague)। বিজয়পুৰ নগৰ গৌৰীপুৰৰ কোন ফালে তাক ওপৰৰ লেখাৰপৰা বুজিব পাৰা নাযায়। আজি কালিৰ ধুবুৰী নগৰৰ কাষতে গদাধৰ বুলি নৈ এখান আছে; গেইট চাহাবেও তেখেতৰ আসামৰ বুৰঞ্জীত ৰঘুদেৱৰ পুতেক পৰীক্ষিতৰ ধুবুৰীত এটা দুৰ্গ আছিল বুলি উল্লেখ কৰিছে। Blochmann চাহাবৰ দ্বাৰা অনূদিত 'পাদিসাহনামা'ত এইদৰে আছে বুলি গেইটে লেখিছে,—"Mukarram Khan invaded Koch Hajo with 6,000 horse, 12,000 foot and 500 ships, and took Parikshit's fort at Dhubri, at which place he halted during the rains. Parikshit was defeated in a naval engagement in the

Gajadhar river and retreated, first to Khelah and afterwards to Budhnagar on the Monas, where he at last surrendered, and by the Emperor Jahangir's orders, was sent to Court. His brother Balinarayan or Baldeo, as he is called by the Musalman historian, fled to the Ahom King, ( vide The Koch Kings of Kamarup—J. A. S. B. for 1893 pp. 297-98 am. )—অৰ্থাৎ ৬০০০ অশ্বাৰোহী সৈন্য, ১২,০০০ পদাতিক সৈন্য আৰু ৫০০ নাও লৈ মকৰম খাঁই কোচ হাজো আক্ৰমণ কৰে আৰু ধুবৰীত থকা পৰীক্ষিতৰ দুৰ্গ দখল কৰে; এই দুৰ্গত পৰীক্ষিত বাৰিষাৰ কাল কটাবলৈ আছিল। গজাধৰ নৈত হোৱা এখন নৌ-যুদ্ধত পৰীক্ষিত পৰাস্ত হৈ পোনতে খেলালৈ আৰু পাচত তাৰপৰা মনাহৰ পাৰৰ বুধনগৰলৈ পলাই যায়; বুধনগৰত পৰীক্ষিতে আত্মসমৰ্পণ কৰে। সম্ৰাট জাহাঙ্গীৰৰ আদেশমতে বিচাৰৰ কাৰণে তেওঁক ৰাজ দৰবাৰলৈ পঠোৱা হয়। তেওঁৰ ভায়েক বলিনাৰায়ণে—মুছলমান বুৰঞ্জী লেখক সকলে এওঁক বলদেও বুলিছিল—আহোম ৰাজাৰ ওচৰত আশ্ৰয় লয়।" ইয়াৰ পৰা স্পষ্টকৈ বুজিব পাৰি যে, গুণাভিৰামে বৰ্ণনা কৰা ৰঘুদেৱ ৰজাৰ ৰাজধানী বিজয়পুৰ বৰ্ত্তমান গৌৰীপুৰৰ কাষত নহয়। আকৌ, বৰ্ত্তমানৰ ধুবৰীক লক্ষ্য কৰি সেই কথা লেখা হলে বৰুৱাদেৱে নিশ্চয় দিশৰ উল্লেখ কৰিলেহেঁই। দিশ উল্লেখ নকৰাৰ পৰা বুজা যায় তেখেতে বিজয়পুৰৰ অৱস্থিতি ( location ) নিৰ্ভুলকৈ উলিয়াব পৰা নাছিল। আন পক্ষে, গেইট চাহাবে এই সম্পৰ্কে অতি স্পষ্ট আৰু নিৰ্ভীক মত প্ৰকাশ কৰিছে। তেখেতে মুছলমান লেখকৰ 'আকবৰ নামা'ৰ ওপৰত নিৰ্ভৰ কৰি লেখিছে,—"He ( i.e. Raghu ) . . . proceeded to Barnagar on the Monas river near

which he erected a fort called Ghilajoypur. The site is now covered with forest growth, but numerous fruit trees and tanks are still to be seen there.—অৰ্থাৎ ৰঘুদেৱে মনাহ নৈৰ দাঁতিৰ বৰনগৰক যাই তাৰ ওচৰতে ঘিলাজয়পুৰ নামে এটা দুৰ্গ সাজিলে। এই ঠাইডোখৰ আজি কালি হাবিয়ে আগুৰি ফেলাইছে; কিন্তু, এতিয়াও (অৰ্থাৎ প্ৰায় কুৰি বছৰমান আগেয়ে) তাত অসংখ্য ফলৱন্ত গাছ আৰু বহুত পুখুৰী দেখিবলৈ পোৱা যায়।"

সেইটে আকৌ লেখিছে,—"After the overthrow of the Koch kings an Ahom official called Barnagoria Barua lived there. He was killed by the Burmese, it is said, throwing his treasure into a small tank which is now silted up.—অৰ্থাৎ কোচ ৰাজা সকলৰ আমোল উঠি যোৱাত সেই ঠাইত (উপৰত উল্লেখ কৰা ফলৱন্ত গাছ আৰু পুখুৰীবোৰ থকা ঠাইত) বৰনগৰীয়া বৰুৱা নামে এজন আহোম ৰাজাৰ কৰ্ম্মচাৰী আছিল। কোৱা আছে, মানবিলাকে হেনো তেওঁৰ ধন বস্তু সক পুখুৰী এটাত দলিয়াই ফেলাই তেওঁক হত্যা কৰে। এই পুখুৰী পাচত মৰি যায়।"

আকৌ সূৰ্য্যখড়ি দৈৱজ্ঞৰ 'দৰঙ্গ ৰাজ বংশাৱলী'ত আছে—

"দ্বিতীয়াৰ চন্দ্ৰ যেন মতে বাঢ়ি যাই।
পৰম সুন্দৰ লক্ষ্মীণাৰায়ণ ৰাই॥
ৰঘুদেৱ কুমাৰৰ সঙ্গে ভৃত্যগণ।
এক দিনা বসি সবে কৰি আলোচন॥ ৬২১

বোলে নৰনাৰায়ণ ৰাজা মহাশায়।
আপুন পুত্ৰক তেহে ৰাজা পাতিবয়॥

এহি মন্ত্ৰণাক ৰঘুদেৱত জনাইলা ।
সমস্তে মিলিয়া পাচে উপাই এক পাইলা ॥ ৬২২

বোলে খুড়া থাওঁ বুলি জনাও ৰজাত ।
কিছো সৈন্য দিয়া জেঠা আমাৰ লগত ॥

অৰণ্য মাজত আছে অনেক অপাই ।
সৈন্য দিয়া জেঠা খুড়া ভুঞ্জিবাক যাই ॥ ৬২৩

সেহি কথা ৰঘুদেৱে নৃপতিত কৈলা ।
দিলা সৈন্য লৈয়া খুড়া ভুঞ্জিবাক গৈলা ॥

দিনমান গৈলা নিশা ভৈলন্ত যথাত ।
সৈন্যগণ সঙ্গে লৈয়া ৰহিলা তথাত ॥ ৬২৪

গহন অৰণ্য মাজে ৰহিল যেখন ।
নিশা ভাগে আৱৰি ধৰিলা মশগণ ॥

সৈন্যগণে আবাৰ কৰয় ঠাই ঠাই ।
সেহিবেলা আদেশ কৰিলা ৰঘুৰাই ॥ ৬২৫

বোলে ভয় নকৰিবা যত সৈন্যগণ ।
মাৰিয়োক মশ সবে তিয়ায়া বসন ॥

বস্ত্ৰক তিয়াইলা সবে এহি হোক বুলি ।
কোবায়া মশক সবে মাৰিলা সমূলি ॥ ৬২৬

বীৰ মাটি দেখি তাতে বান্ধিলা মশাৰ ।
ৰঘুদেৱ ৰজাক পাতিলা নৃপবৰ ॥

বড়নগৰত যেবে ৰঘুদেৱ ৰৈলা।
আত অন্তৰে শুনা যেন কথা ভৈলা॥ ৬২৯"

ৰঘুদেৱে উভতি নোযোৱা দেখি নৰনাৰায়ণ ৰজাই বৰ দুখ কৰি ৰঘুদেৱক নিবলৈ দূত পঠাইছিল। দূতৰ আগত ৰঘুদেৱে কৈছে—

"বান্ধিলোঁ নগৰ এথা মাটি ভাল পাই।
যেহাৰক লাগি মঞি নাযাইবো তুনাই॥

নাহি অপমান জ্যেষ্ঠ পিতৃৰ চৰণে।
আছিলোহোঁ মঞি ফুচা খাইবাৰ কাৰণে॥ ৬৩১

ভাল মাটি দেখি এথা নগৰ বান্ধিলোঁ।
নাহি অপমান মই আপুনি ৰহিলোঁ॥

ইখনি নগৰ জ্যেষ্ঠ পিতৃৰ নিচয়;
সিখনি আমাৰ আত নাহিকে সংশয়॥ ৬৩২

এহি কথা কৈবা জেষ্ঠ পিতৃৰ আগত।
মোক লাগি ক্ৰোধ নকৰয় যেন মত॥

এহি বুলি কটকীক বিদায় দিলন্ত।
বীৰ মাটি চাহিবাক আজ্ঞা কৰিলন্ত॥ ৬৩৩

ৰাজাৰ আদেশে দূতে দশো দিশে গৈলা।
যৈতে আছে বীৰ মাটি বিচাৰিবে লৈলা॥

একভাল খিলা গাছ আছে অৰণ্যত।
প্ৰজতি আছয় সিটো অনেক বৃক্ষত॥ ৬৩৪

তাহাৰ তলত এক মেঞ্চেপি আছন্ত।
সৰ্পক ধৰিয়া অৰ্দ্ধখান গিলিছন্ত ॥

দেখিয়া কহিলা দূতে ৰাজাৰ আগত।
বোলে ধীৰ মাটি পাইলোঁ। শাস্ত্ৰৰ সম্মত ॥ ৬৩৫

শুনি নৃপতিৰ ভৈলা আনন্দ বিস্তৰ।
বোলে এতিক্ষণে এথা সজায়ো নগৰ ॥

প্ৰথমতে দূতে যাই গৰ্ত্ত খানিলন্ত।
পুনু পুতিলাতো অৰ্দ্ধমাটি ৰহিলন্ত ॥ ৬৩৬

ভাল পাই তেতিক্ষণে নগৰ সজাই।
ৰাজাৰ আগত দূতে কহিলন্ত যাই ॥

হেন শুনি নৃপতিৰ মহাৰঙ্গ ভৈলা।
ধিলাজয়পুৰ নগৰৰ নাম থৈলা ॥ ৬৩৭ ”

ইয়াৰ পাচত নৰনাৰায়ণ ৰাজাই ৰঘুদেৱক নিৰলৈ পাৰা কাৰ্জ্জিক পঠাই দিলে। ৰঘুদেৱে স্বইচ্ছাই নগলে বন্দী কৰি নিবৰ আজ্ঞা আছিল। গতিকে পাৰা কাৰ্জ্জিৰ লগত ৰঘুদেৱৰ যুদ্ধ হয়। যুদ্ধত পাৰা কাৰ্জ্জি ঘাটি উভতি যায়। তেতিয়া কাৰ্জ্জিৰ মুখে সকলো কথা শুনি খুচি হৈ হাথী-ঘোৰা, দাস-দাসী, ধন-ৰত্ন, বস্ত্ৰ-অলঙ্কাৰ, অস্ত্ৰ-শস্ত্ৰ, পাত্ৰ-মন্ত্ৰীয়ে সৈতে ৰঘুদেৱৰ ছয় কুৰি মহিৰীক নৰনাৰায়ণে ৰঘুদেৱৰ ৰাজধানীলৈকে পঠাই দিলে।

“সৈন্যৰ গিৰন্ত টলবল বসুন্ধৰী।
কতিপয় দিনে পাইলা বিজয় নগৰী ॥

ৰঘুদেৱ আগে গৈয়া ভৈলা উপসন্ন।
নমস্কাৰ কৰিলন্ত পাত্ৰ-মন্ত্ৰীগণ॥ ৬৫১

এইদৰে ৰঘুদেৱে ফাগুণ মাহৰপৰা এই নতুন ৰাজধানীতে থাকিল। পাচত বাৰিষা পৰাত বাহিৰবন্ধ ( বৰ্ত্তমানৰ ৰংপুৰ জিলাৰ এটা পৰগনা) আক্ৰমণ কৰিলে। তেতিয়া নৰনাৰায়ণ ৰাজাই ৰঘুদেৱৰ বিপক্ষে যুদ্ধ ঘোষণা কৰিলে। ৰঘুদেৱে নিজে যুদ্ধলৈ নাযাই তেওঁৰ ছয় কুৰি মহিষীক যুদ্ধৰ সাজ পিন্ধাই পঠাই দিলে। নৰনাৰায়ণে এই সৈন্যবোৰ তেওঁৰ বোৱাৰীয়েক সকল বুলি চিনি পাই,—

"তাৰাসকলক লাগি দূত পঠাইলেক।
পুত্ৰবধুগণ মোৰ চলোক গৃহক॥

নকৰোহোঁ ৰণ মঞি বলে পাৰি আন্টি।
সোণকোষ সীমা কৰি দিলো ৰাজ্য বান্টি॥ ৬৬৭

পশ্চিম দেশৰ ৰাজা লক্ষ্মীনাৰায়ণ।
পুব দিশে ৰঘুদেৱ কৰোক ভোজন॥

সীমাক আগ্ৰহি যিতো অন্যায় কৰয়।
তাৰ ছত্ৰ ভঙ্গ হৈবে নাহিকে সংশয়॥ ৬৬৮

ৰঘুদেৱ আগে এহি কথা কৈৰা যাই।
এহি বুলি ধান চাউল থৈলেক দমাই॥

যেহাৰক গৈলা নৰনাৰায়ণ ৰাই।
ৰঘুদেৱ ৰৈলা বড়নগৰ সোমাই॥ ৬৬৯"

ইয়াৰ পাচত মৃগয়া কৰিবলৈ ৰঘুদেৱে মণিকুট গাওঁলৈ যায় তাত এক পুখুৰীত বাঘ এটাই পানী পিবলৈ যোৱাত কাছ এটাই বাঘ-টোৰ ঠেঙত কামুৰি ধৰা দেখিবলৈ পালে। সেই খিনিক বীৰ মাটি বুলি জানিব পাৰি ৰঘুদেৱে সৈন্যবিলাকক কত কি আছে বিচাৰিবলৈ দিলে। ঝাৰ-বন, পৰ্ব্বত-পাহাৰ বিচাৰি চোৱাত মণিকুট প্ৰভৃতি তীৰ্থ বোৰ দেখিবলৈ পালে। মণিকুট (অৰ্থাৎ হয়গ্ৰীৱ মাধৱৰ) মঠ তেতিয়া যবনৰ অত্যাচাৰত ভাঙি-ছিঙি পৰি আছে। ৰঘুদেৱে ইয়াৰ পুনৰ সংস্কাৰৰ বন্দবস্ত কৰিলে। ছয় মাহৰ মূৰত মঠৰ কাৰ্য্য শেষ হোৱাত—

"ব্ৰাহ্মণ গণক তাঁতী সোণাৰী কমাৰ।
তেলী মালী ধোবা বাঢ়ৈ কুমাৰ কঁহাৰ।

নাপিত গায়ন ব্যাস আদি যত যত।
তাম্ৰ ফলি কৰি দিলা পাইক সপ্তশত॥ ৬৮২

তাম্ৰ কাংস্য সুবৰ্ণাদি ৰজত ভাজন।
মাল্য বস্ত্ৰ চন্দ্ৰতাপ অনেক বাজন॥

অখণ্ড প্ৰদীপ দিলা কৰিয়া বিশেষ।
মঠক উৎসৰ্গা কৰি দিলন্ত নিশেষ॥ ৬৮৩

অনেক দক্ষিণা দিলা লেখা জোখা নাই।
বিজয়পুৰত ৰৈল ৰঘুদেৱ বাই॥

* * * *

* * * ॥ ৬৮৪'

'কৰজ ৰাজ বংশাৱলী'ৰ উপৰোক্ত কথাখিনিৰপৰা সুন্দৰৰূপে বুজিব পাৰি যে বেহাৰৰপৰা আহি ৰঘুদেৱে প্ৰথমতে যি ঠাইত নগৰ পাতিছিল সেই ঠাইৰ নাম পাচত বৰনগৰ হৈ পৰিছিল। বৰ্ত্তমানতো বৰনগৰ নামৰ ঠাই বৰপেটা মহকুমাত বাজে আসামত কতো নাই। ৰঘুদেৱে পাচত পাতা নগৰখানৰ নাম ঘিলাজয়পুৰ। গেইট চাহাবৰ মতে ঘিলাজয়পুৰত ৰঘুদেৱৰ দুৰ্গ আছিল, আৰু এই নগৰখান বৰনগৰৰ ইশান কাষতে যে দুয়োখানকে একেখান নগৰৰে ভাগ বা চুবা (quarters) বুলিব পাৰি। আন পক্ষে, কোনটো নামে কোনটো চুবাক বুজায়, অনেক সময়ত তাক বাচি লোৱাটোও বৰ টান হৈ পৰিছিল।

সম শেহত, যি বিজয়পুৰ নগৰৰ মাজেদি গদাধৰ নৈ বৈ যোৱা বুলি ৰাম ৰায় দ্বিজৰ 'গুৰু লীলা'ত উল্লেখ আছে সেই বিজয়পুৰলৈ বিচাৰৰ নিমিত্তে পৰীক্ষিত নাৰায়ণ ৰাজাই দেৱ দামোদৰক নিয়াইছিল বুলি উক্ত চৰিত্ৰকাৰে আন এটা পদত উল্লেখ কৰিছে,—

"কতিপয় দিনে পাইলা বিজয় নগৰী ॥ ৩৫২ ॥"

এতেকে বিজয়পুৰ আৰু বিজয়নগৰ একেখান নগৰৰে নাম বুলি স্পষ্টকৈ বুজিব পাৰি।

গেইট চাহাবে The Koch Kings of Kamarup প্ৰবন্ধত লেখিছে,—"He (i.e. Raghu Rai) left the Capital with a small following and settled down at Baranagar or Vijayanagar where he excaveted a tank and built a town called Ghilajaipur (J. A. S. B.—for 1893, p. 292).—অৰ্থাৎ তেওঁ (ৰঘুৰাই) কিছুমান সৈন্য লৈ ৰাজধানীৰপৰা গুচি আহিল। আৰু বৰনগৰ নাইবা বিজয়নগৰত বসতি কৰিলে। তাত তেওঁ এটা বৃহৎ

পুখুৰী খান্দিলে আৰু ঘিলাজয়পুৰ নামে আন এখান নগৰ সাজিলে।"—এই কথাই বিজয়পুৰ বা বিজয়নগৰ যে ববনগৰৰে আন এটা নাম তাক নিভুৰ্লকৈ প্ৰমাণ কৰে।

ববদোৱাৰ 'গুৰু-চৰিত্ৰ'ত আৰু পোৱা যায়,—"ভট্টাচাৰ্য্য বিজয়পুৰলৈ প্ৰায় অহা-যোৱা কৰে,—বুৰি লোহিতৰ ঘাটত নাও ৰাখি মাধৱদেৱক দেখা কৰি শাস্ত্ৰ তত্ব আলাপ কৰি থাকে।"—এই ভট্টাচাৰ্য্য বাৰানসীৰ পৰা শাস্ত্ৰ অধ্যয়ন কৰি অহা পণ্ডিত অসুৰাৰি ভট্টাচাৰ্য্য। এওঁ নীলাচলত আছিল বুলি জানা যায়। বিজয়পুৰৰ ৰাজসভাক এওঁ অহা-যোৱা কৰোঁতে গণককুছিত মাধৱদেৱৰ লগত সাক্ষাৎ কৰিছিল। পুৰণি বিজয়পুৰ বৰ্ত্তমানৰ ববনগৰত আছিল বুলি ইয়াৰ পৰাও বুজা যায়।

কামৰূপ অনুসন্ধান সমিতিৰ প্ৰকাশিত 'পুৰণি অসম বুৰঞ্জী'ৰ ১১৭ পিঠিত লিখা আছে,—

"আত পাচে জয়নাৰায়ণক ৰাজা পাতি থলে ঘিলা বিজয়পুৰত।

"আত পাচে ভৱনাথ কাৰ্জি মানাহাৰ সিপাৰে আছে। আমাৰ বোৰেও যুক্তি হুই খেদি যাব খুজিলে। জয়নাৰাণে বোলে তোমালোক মানাহাৰ পাৰ হুই যাব নালাগে; ভৱনাথক মই মিল কৰাই দিম। এই বুলি জয়নাৰায়ণ আগ হুই গৈল। পাচে ভৱনাথক ধৰাৰ নোৱাৰিলে। সি নৰৰে দেখি আমাৰো ইপাৰৰপৰা গুলি মাৰিব ধৰিলে; সিহঁতেও গুলিয়াব ধৰিলে। পাচে ভৱনাথ বলে নোৱাৰি ভাগি গল।"—এই কথাৰপৰা বুজিব পাৰি যে ঘিলাবিজয়পুৰ মনাহ নৈৰ ওচৰতে আৰু পূব পাৰে;—অৰ্থাৎ বৰ্ত্তমানৰ ববনগৰ অঞ্চলত। *

* উক্ত "পুৰণি অসম বুৰঞ্জী"ৰ ১১৮ পিঠিত আছে,—"তাত পাছে লৌহিত্যৰ উত্তৰে জুগিৰিযোপা (?) তাৰে নাম বঙ্গামাটি। তাৰ নামে সৰু সোণকোষ। তাৰ নামে বড় সোণকোষ। তাৰ নামে ঘিলাবিজয়পুৰ। তাৰ নামে ধুবুৰি।"—এই কথাখিনি দেখাত যদিও স্পষ্ট যেন দেখি, প্ৰকৃততে ই স্পষ্ট নহয়। কাৰণ গুৱালপাৰা জিলাৰ পশ্চিম সীমাই দি যোৱা নৈখন হে সোণকোষ বুলি আজি কালি জানাজাত। তাৰ উপৰি ধুবুৰীনগৰ ইয়াৰ বহুত পূবকালে পৰে।

মুঠ কথা, ধিলাজয়পুৰ, ধিলাবিজয়পুৰ, বিজয়পুৰ, বিজয়নগৰ আৰু বৰনগৰ একেখান বৃহৎ নগৰৰে নাম; আৰু এই নগৰখান বৰ্ত্তমান বৰনগৰৰ ভিতৰত পৰিছিল।

---

# পঞ্চম আধ্যা।

## হালধীয়া আৰু ডিঙানগৰ।

১৯২০ খৃষ্টাব্দত বৰপেটাত বহা আসাম সাহিত্য সম্মিলনৰ সভাপতিৰ অভিভাষণত শ্ৰীযুত কালীৰাম মেধী, এম্-এ, মহাশয়ে কৈছিল,— "আপোনালোকে শুনিছে, এই সভামণ্ডপৰ চাৰিও কাষে বাৰাদি, গণককুছি, সুন্দৰি, পাটবাউসী, ব্যাসকুছি, ভবানীপুৰ, বৰনগৰ, ডিঙ্গা-নগৰ, হালধীয়া, শিলা আদি ঐতিহাসিক আৰু পবিত্ৰ ঠাই কেনেকৈ এক সময়ত পবিত্ৰাত্মা মহাপুৰুষসকলৰ পবিত্ৰ হৰিধ্বনিত এক স্বৰ্গীয় গৰিমা লাভ কৰিছিল।" এই উল্লিখিত বৰনগৰ যে আমাৰ আলোচনাৰ বৰনগৰ তাক সম্ভৱ কেৱে আৰু দুই নোবোলে। কাৰণ হালধীয়া আৰু ডিঙানগৰত বাজে বাকী ঠাই কেখান এতিয়াও বৰপেটা অঞ্চলত পৰিচিত। মাত্ৰ হালধীয়া আৰু ডিঙানগৰৰ পৰিচয় সম্পৰ্কে কিছু আলোচনাৰ আৱশ্যক। এনেকুৱা বুৰঞ্জী প্ৰসিদ্ধ স্থানৰ পৰিচয় পাবলৈ সকলোৰে এটা স্বাভাৱিক উৎকণ্ঠা থাকে।

বৰপেটা মহকুমাৰ বহা গাওঁৰ দক্ষিণে হালধীয়া নামে গাওঁ এখান অৱশ্যে আছে; ইয়াত আজি কালি ঠায়ে ঠায়ে মৈমনসিংহীয়া মুছলমানৰ বসতি পোৱা যায়। শ্ৰীযুত মেধী ডাঙৰীয়াই সম্ভৱ এই হালধীয়াকে লক্ষ্য

কৰি তেখেতৰ অভিভাষণত ইয়াৰ উল্লেখ কৰিছিল। ডিঙাৰ জান নামে জান এটাও বৰ্ত্তমানে বৰনগৰৰ পূব অঞ্চলত আছে।

ভবানন্দ সাউদৰ চৰিত্ৰত এই হালধীয়া আৰু ডিঙানগৰৰ উল্লেখ আছে। 'ঠাকুৰ আতা' প্ৰণেতা আমাৰ শ্ৰীযুত হলিৰাম মহন্ত ডাঙৰীয়াৰ মতে ভবানন্দ ( এওঁকে নাৰায়ণ আতা বা ঠাকুৰ আতা বোলে ) মালবুই বা বৰভূঁই নামে কোনো এখান গাওঁত উপজিছিল। গাৱঁলীয়া লৰাবোৰে তেওঁক ৰৰদলৈ পাতি সিহঁতৰ মাজৰ দন্দ হাইৰ বিচাৰক পাতিলে। ডাঙৰ হোৱাত খুৰাকে সৈতে খেতি-বাতিত লাগিল। এদিন আহাৰ মাহত আহুধান কাটিবলৈ বৰনদী অৰ্থাৎ ব্ৰহ্মপুত্ৰ পাৰ হৈ যাব ধৰোঁতে নাও লাহ-লিলাহ পাকত পৰি বুৰিল। নাওৰ আনবোৰ মানুহ মৰিল, মাত্ৰ ভবানন্দ আৰু তেওঁৰ খুৰাক কোনো প্ৰকাৰে সাঁতুৰি যাই দক্ষিণ পাৰৰ মন্দিয়া ঘাটত উঠিল। বগা ঠাকুৰীয়াই তেওঁবিলাকক পুনৰ নৈ পাৰ কৰি দিয়ে। আৰু তেওঁবিলাকে উত্তৰ পাৰে নামানগৰ বা ডিঙানগৰত থকা আত্মীয়ৰ ঘৰক যাই কেবা দিনো তাত থাকে। তাৰ পাচত তেওঁবিলাকৰ ব্যৱহাৰত অসন্তুষ্ট হৈ ডিঙানগৰতে আন মানুহৰ ঘৰত থাকি ভবানন্দই পানৰ বেপাৰ কৰিব ধৰিলে। এই দৰে কুপাজাৰি গাওঁৰপৰা পান কিনি আনি ডিঙানগৰৰ হাটত বেচি লাভৱান হল। ডিঙানগৰৰ মানুহবোৰ "যোগনাম ধাৰী" চৈতন্য পন্থী আছিল। ভৱানন্দ আৰু খুৰাকে সেই ধৰ্ম্ম নোলোৱাত গাওঁৰ মানুহবোৰে বাট-ঘাট বন্ধ কৰে। তেতিয়া তেওঁবিলাকে তাৰপৰা উঠি আহি বগড়ীবাৰী পৰগনাৰ হালধীয়া গাওঁত বসতি কৰে।

"বস্ত্ৰ বিত্ত যত তুলিয়া নাৱত
মানাহ নদীৰে গল।

ক্ৰমে ক্ৰমে কৰি মানাহ উত্তৰি
চাউল খোৰাক লল ॥

অলপ উজে গৈ খালপৰা পাই
জানেৰে সোমাই গল ।

হালধীয়া পাই বজমন হই
ঘাটে উপগত হল ॥ ( —ঠাকুৰ আতা )"

এই তুলি দিয়া কবিতা কেইশাৰীৰপৰা হালধীয়া বহাৰ ওচৰত থকা হালধীয়া গাওঁ নহয় যেন লাগে, আৰু ভিঙানগৰ বৰ্ত্তমান বৰনগৰৰ ওচৰত নহয় যেন অনুমান হয় ।

'বাঁহী'ৰ সম্পাদক শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ মতে ভৱানন্দ কোন গাওঁত উপজিছিল জানা নাযায় । ৰাজ্যত আকাল হোৱাত খুৰায়েকে সৈতে পৰামৰ্শ কৰি যথা সৰ্ব্বস্ব নাওত বজাই দি নিজৰ গাওঁ এৰি ব্ৰহ্মপুত্ৰেদি উজাই আহিল । লাহ-বিলাহ পাকত পৰি বস্তু বেহানিয়ে সৈতে নাও বুৰিল । সাঁতুৰি খুৰায়েকে সৈতে কোনো প্ৰকাৰে পাৰ পালে । তাতে দুইদিন মান এক আত্মীয়ৰ ঘৰত থাকি ভাল নালাগাত ভিঙা-নগৰত ঘৰ দুৱাৰ সাজি থাকিল গৈ ।*

উপৰৰ মত দুটাৰ ভিতৰত বেজবৰুৱা ডাঙৰীয়াৰ মতত অৱশ্যে যুক্তি আছে । প্ৰথমতে নাও বুৰা ঘটনাটোত মহন্ত ডাঙৰীয়াৰ মতে ধান কাটিবলৈ বাওঁতে নাও বুৰা আৰু সেই ভাজে ৰখক উভতি নোযোৱাটো অস্বাভাৱিক । বেজবৰুৱা ডাঙৰীয়াই হালধীয়াৰ উল্লেখ কৰা নাই । যিহক, আৰু এটা কথাত এই দুজন লেখকৰ মতৰ অমিল দেখা যায় ।

* "বাঁহী"—পঞ্চম বছৰ—"ভৱানন্দ বা নাৰায়ণ ঠাকুৰ বা ঠাকুৰ আতা" প্ৰবন্ধ ।

বেজবৰুৱা ডাঙৰীয়াৰ মতে ভাস্কৰ গুৰুৰ লগত ভৱানন্দ সাউদৰ সাক্ষাৎ হয় মনাহ আৰু ব্ৰহ্মপুত্ৰ লগ লাগা ঠাইৰ কিছু ভাঠীত ( ১ )। কিন্তু, মহন্ত ডাঙৰীয়াৰ মতে চাউলখোৱা নৈৰ হাউলাৰ ঘাটত সাক্ষাৎ হয় ( ২ )। ভাস্কৰ গুৰু শঙ্কৰদেৱৰ লগত তৰ্কত ঘাটি পুনৰ শাস্ত্ৰ আলোচনাৰ নিমিত্তে নবদ্বীপক যাবৰ মনেৰে ভাঠীয়াই আহাটো দুয়োজনেই স্বীকাৰ কৰে। ঘটনাও প্ৰকৃততে তেনেকুৱা হলে মহন্ত ডাঙৰীয়াৰ মতত যুক্তিৰ কিছু অভাৱ দেখা যায়।

আকৌ দুয়োজন লেখকৰ মতেই ভৱানন্দই ৰাজাক কোনো কৰ-কাটল নেদি ৰাজ্যৰ সকলো ঠাইতে বাণিজ্য কৰি ফুৰাত ডিঙানগৰৰ ৰাজাৰ ওচৰত কৈফিয়ৎ দিব লাগা হয়। এই ঘটনা ১৫৩৩ খৃষ্টাব্দৰ অনুমান দহ বাৰ বছৰ আগৰ; কাৰণ এই ঘটনাৰ পাচতহে ১৫৩৩ খৃষ্টাব্দত ভৱানন্দই চুণপুৰাত ( বৰ্ত্তমান বৰপেটাত ) শঙ্কৰদেৱৰ লগত প্ৰথম সাক্ষাৎ কৰে আৰু তেওঁৰ ওচৰত শৰণ লয়। বিশ্বসিংহ তেতিয়া কোচবিহাৰত কোচ ৰাজ্যৰ ৰাজা। ডিঙানগৰ আজি কালিৰ বৰনগৰৰ ওচৰতে কৰবাত আছিল যদিও সেই সময়ত তাত কোচ বংশী আন কোনো ৰাজা নাছিল। আন পক্ষে ডিঙানগৰ কোনো ভূঞাঁৰ নগৰ আছিল যদিও সেই সময়ত ই কোচ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ পৰিছিল।

---

(১) "ভৱানন্দই এই কথা শুনি তেতিয়াই নাও মেলি দি আহিল, আৰু মানাহৰ মুখি এৰি চাউলখোৱা পালেহি, তাৰ পৰা আহি, চাউলখোৱা নদীত সোমাল হি।—"বাঁহী"—পঞ্চম বছৰ—"ভৱানন্দ বা নাৰায়ণ ঠাকুৰ বা ঠাকুৰ আতা" প্ৰবন্ধ।

(২) —"চাউল খোৱা নদীত দণ্ডাপথীয়া ঘাটত
বান্ধি নাও পাৰে দক্ষিণৰ
খোৱা লোৱা কৰিবলৈ নাও বৈচা সবে গই
থলা চৌকা কৰিলে পাৰত।"—ঠাকুৰ আতা।

শ্ৰীযুত হলিৰাম মহন্ত ডাঙৰীয়াৰ মতে বেপাৰীবিলাকে ৰজাৰ আগত ভৱানন্দৰ বিৰুদ্ধে কোৱাৰ সময়ত—

"নহে ইঠাইৰ লোক জানা উজানৰ।
মদগৰ্ব্বে সদায় কৰন্ত অহঙ্কাৰ ॥ ( —ঠাকুৰ আতা )"

বুলি কৈছে। আকৌ ভৱানন্দয়ো ৰজাৰ ওচৰত নিজৰ পৰিচয় দিওঁতে—

"ডিঙানগৰত থাকোঁ নাম ভৱানন্দ ॥
সম্প্ৰতি কৰিছোঁ বাসা হালধীয়া গ্ৰামে।
নৌকা যোগে সদা থাকোঁ বেপাৰৰ কামে ॥
( —ঠাকুৰ আতা )"

বুলি কৈছে। এনে স্থলত মহন্ত ডাঙৰীয়াৰ মতে যদি খালপৰা জানৰ পাৰত হালধীয়া গাওঁ হয়, তেন্তে ডিঙানগৰ ইয়াৰ কিছু ভাটীত হব লাগিব; কাৰণ হালধীয়া ডিঙানগৰৰ উজনিত। আকৌ ভৱানন্দই ৰাজ সাক্ষাৎ কৰিবলৈ—

"দুই চাৰিখান ভাৰ সংগ্ৰহ কৰিলা।
সাজ কাচ কৰিয়া ৰাজাৰ ঠাই গৈলা ॥ (—ঠাকুৰ আতা)"

ডিঙানগৰ কোচবিহাৰ হোৱা হলে ভৱানন্দই ভাৰ-ভেঁটী লৈ খোজ কাঢ়ি নাৰাই নাৰেবে গলহই।

এইবোৰৰ পৰা অনুমান হয়, ডিঙানগৰ বৰ্ত্তমান কামৰূপত নহয়। বৰপেটা নগৰৰ অলপ দক্ষিণে-পশ্চিমে মন্দিয়া নামৰ পুৰণি গাওঁ এখনৰ চিন্ আজি কালিও অৱশ্যে আছে; ইয়াৰ কাষেদি নখাব্দা নৈ বৈ গৈছে।

এই মন্দিৰৰ উপৰত উল্লেখ কৰা মন্দিৰ যে নহয় তাত কোনো সন্দেহ নাই; এই নথান্দা নৈও যে উপৰৰ বৰনদী নহয় সিও নিৰ্ভুল; আৰু ভৱানন্দৰ সময়ত এই অঞ্চলত 'ষোল্লনামধাৰী' চৈতন্য পন্থী মানুহো যে সমূলে নাছিল ইও স্পষ্ট কথা। এনে অৱস্থাত ডিঙানগৰ বৰ্ত্তমান কামৰূপৰ বাহিৰৰ কোনো ঠাইৰ নগৰ আছিল বুলি বিবেচনা হয়। আন পক্ষে পুৰণি কালত ব্ৰহ্মপুত্ৰ নৈত চান্দো সদাগৰৰ ডিঙা ডুবাৰ এটা কিংবদন্তী আছে। গুৱালপাৰা জিলাৰ শালকোছাৰ ওচৰত ব্ৰহ্মপুত্ৰৰ কানত থকা চান্দোৰডিঙা পৰ্ব্বতে এই আখ্যানৰ সাক্ষ্য দিব লাগিছে। ভৱানন্দৰ নৌকাও এইখিনিতে ডুবিছিল বুলি অনুমান হয়; আৰু এই চান্দোৰ ডিঙা পৰ্ব্বতৰ নাম অনুসৰি ডিঙানগৰ নাম দি তাত কোনোবা ভূঞাই বসতি কৰাটোহে বেচি সম্ভৱপৰ। আজি কালি সেই ঠাইত কেইঘৰ-মান প্ৰাচীন ভদ্ৰলোকৰো বসতি আছে। চৈতন্য পন্থীয়া মানুহৰ সংখ্যাও সেই অঞ্চলত বেচি।

শালকোছাৰ অঞ্চলতেই ডিঙানগৰ হোৱাটোৰ প্ৰমাণ হলে মহন্ত ডাঙৰীয়াৰ মতে খালপৰাৰ পাৰত হালধীয়া গাওঁ হোৱাটোও কিছু অযুক্তি সঙ্গত হব।

শ্ৰীযুক্ত উমেশচন্দ্ৰ দেব নামে এজন বঙ্গালী লেখকে কলিকাতাৰ "বঙ্গদেশীয় কায়স্থ সভা"ৰ পৰা প্ৰকাশ হোৱা তেওঁৰ 'শঙ্কৰদেব' নামক কিতাপত "বরনগর গ্রামে ভবানন্দ নামে এক ধৰ্ম্মনিষ্ঠ বণিক ছিলেন" বুলি সকলো তৰ্ক সমালোচনাৰ মূৰ মাৰি থৈ দিছে। বৰনগৰৰ পৰিচয় দিবলৈ তেওঁ আকৌ কিতাপ খানৰ টীকাত লেখিছে,—"এই স্থান এখনও এই নামে পৰিচিত।" কিন্তু, আজিৰ বৰনগৰ এখান গাওঁ নহয়।

সিবোৰ যিহক, জীৱনৰ শেষ ছোৱাত ভৱানন্দই বা ঠাকুৰ আতাই বৰনগৰ অঞ্চলতেই যে বসতি কৰিছিল, তাৰ প্ৰমাণ যথেষ্ট পোৱা যায়।

তথাপিও উপৰৰ অনুমানবোৰৰ ভিতৰতো যদি কিবা সত্য আছে, তাক উদ্ধাৰ কৰি এজন আহি পুৰুষৰ জীৱনী সম্পূৰ্ণ কৰাটো প্ৰত্যেক সাহিত্য-সেৱীৰ কৰ্ত্তব্য।



# ষষ্ঠ আধ্যা।

## বৰনগৰ।

বিজয়পুৰ নগৰ স্থাপনাৰ সম্পৰ্কে উপৰত যিবোৰ কথাৰ আলোচনা কৰা হল, তাৰপৰা বুজা যায় যে, নৰনাৰায়ণ ৰাজাই আহি ইয়াত ৰাহৰ কৰাৰ পূৰ্ব্বে এই ঠাইৰ নাম বৰনগৰ নাছিল। ৰৰজানৰ পাৰত পাতা নগৰ এই অৰ্থে 'ৰৰনগৰ' নাম তেতিয়াৰপৰা হে হল। আৰু বাস্তৱিকে তাৰ আগেয়ে 'ৰৰনগৰ' নামৰ উল্লেখ কোনো ঠাইতে পোৱা নাযায়।

শঙ্কৰদেৱ আৰু নৰনাৰায়ণৰ সমসাময়িক কবি ৰাম সৰস্বতীৰ মহাভাৰতত প্ৰথম বৰনগৰ ( বা বৃহৎনগৰ ) নামৰ উল্লেখ পোৱা যায়; তাত ভীষ্ম পৰ্ব্বত কবিয়ে লেখিছে,—

“*  *  *  *

*  *  *  *

বৃহত নগৰ তন্ত্ৰিকাৰণ যে স্থান।
মৰ্ত্ত্যদেৱে যত্নে তাক কৰিছা নিৰ্ম্মাণ॥ ১১৪৭

নানা বিদ্যা পাটকৰ্ম্ম দেখায় বসন্ত।
বিৰ্টো নগৰত সদা হোৱে উতপন্ন॥

তাহাৰ নিকটে বহে সুন্দৰ মনাস।
যাত স্নান তৰ্পণে দুখৰ হোৱে নাশ ॥ ১১৪৮

অমৃত সমান স্বাদ পৰম নিৰ্ম্মল।
সাক্ষাতে দেখিয়া যেন জাহ্নবীৰ জল ॥

* * * *

* * * ১১৪৯ ॥"

—এই পদ কেইফাঁকিত উল্লেখ কৰা 'বৃহতনগৰ' বৰনগৰৰে নাম ; কাৰণ ইয়াৰ ওচৰেদি 'মনাস' নৈ বৈ গৈছে। কবিয়ে ইয়াত ছন্দৰ মাত্ৰা ৰক্ষা কৰিবলৈ হে 'বৰনগৰ'ৰ পৰিবৰ্ত্তে 'বৃহতনগৰ' লিখিছে। তাৰ কিছু পাচৰ কবি নীলকণ্ঠ দাস, ৰামৰায় দ্বিজ, দৈত্যাৰি ঠাকুৰ প্ৰভৃতিৰ ৰচিত চৰিত্ৰ পুথি কেইখানতো বৰনগৰ নামৰ উল্লেখ আছে। নীলকণ্ঠ আৰু ৰামৰায় দ্বিজৰ পৰিচয় ভালদৰে পোৱা নাযায় ; তেওঁবিলাকৰ চৰিত্ৰ পুথিবোৰো কোন সময়ত ৰচিত হৈছিল তাক জানাও কিছু টান। ৰামৰায় দ্বিজ দেব দামোদৰৰ শিষ্য বুলি জানিব পাৰা যায় ; কিন্তু, নীলকণ্ঠক ভট্টদেৱৰ শিষ্য হেন লাগে। মুঠ কথা, নীলকণ্ঠ, ৰামৰায় আৰু দৈত্যাৰি সমসাময়িক যেন দেখা যায়। আকৌ নীলকণ্ঠ আৰু ৰামৰায়ৰ ৰচিত চৰিত্ৰ দৈত্যাৰিৰ ৰচিত চৰিত্ৰতকৈ আগৰ যেন অনুমান হয়।

দৈত্যাৰি ঠাকুৰ মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰৰ পুতেক। মাধৱদেৱৰ জীৱন-কাল ৭৮ বছৰ বুলি জানা যায় ; আৰু শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ সময়ত মাধৱদেৱৰ বয়স ৫১ বছৰ। সেই সময়ত ৰামচৰণ ঠাকুৰ অনুমান ৩০ বছৰৰ ডেকা। আকৌ ৰামচৰণ ঠাকুৰৰ ৩০ বছৰ বয়সত হে দৈত্যাৰি ঠাকুৰ উপজাটো সম্ভৱ। পচিতকে মাধৱদেৱ বৈকুণ্ঠী হোৱাৰ

সময়ত দৈত্যাৰি ঠাকুৰৰ বয়স অনুমান ২৭-২৮ বছৰ। আকৌ দৈত্যাৰিক অন্ততঃ ৩০বছৰ বয়স হোৱাৰ পূৰ্ব্বে 'গুৰু চৰিত্ৰ' লেখা নাছিল বুলি বিশ্বাস হয়। কাজেই মাধৱদেৱৰ স্বৰ্গপ্ৰাপ্তিৰ প্ৰায় দুইবছৰ পাচত, অনুমান ১৫৯৮ খৃষ্টাব্দত এইখান 'গুৰু চৰিত্ৰ' ৰচিত হয়। আকৌ ১৫৬৫ খৃষ্টাব্দত নৰনাৰায়ণে কামাখ্যা মন্দিৰ পুনৰ নিৰ্ম্মাণ কৰে। গুণাভিৰাম বৰুৱাৰ মতে এই নিৰ্ম্মাণ কাৰ্য্যত দহ বছৰ সময় লাগিছিল। গতিকে ১৫৫৫ খৃষ্টাব্দত মন্দিৰৰ পুনৰ নিৰ্ম্মাণ কাৰ্য্য আৰম্ভ হয়। ইয়াৰ ঠিক আগতে নৰনাৰায়ণ ৰাজাক শনিয়ে পায় ( Vide Gait's Koch Kings of Kamarup—J. A. S. B. for 1893. p. 290 )। নৰনাৰায়ণৰ বৰনগৰ স্থাপনৰ চন যদি ১৫৫৩ খৃষ্টাব্দকে অনুমানৰ উপৰত ধৰা যায়, তেনেহলেও এই ঘটনা 'গুৰু চৰিত্ৰ' ৰচনাৰ প্ৰায় অৰ্দ্ধ শতাব্দী আগৰ। মুঠ কথা, দৈত্যাৰি ঠাকুৰে 'গুৰু চৰিত্ৰ'ত যিবোৰ ঘটনাৰ উল্লেখ কৰিছে, সিবোৰ এতিয়াৰ পৰা তিনিশ বছৰবো পূৰ্ব্বৰ। গতিকে এই গুৰু চৰিত্ৰ দুখানত বৰনগৰ নামটোৰ উল্লেখৰ পৰা বুজা যায় যে, এই চৰিত্ৰবোৰ লেখাৰ সময়ত এই ঠাইৰ বৰনগৰ নামটোৱেই বেচি প্ৰচলিত আছিল; আৰু সৰ্ব্বসাধাৰণে সহজে বুজিব পাৰা কৰিবৰ মতলবে চৰিত্ৰকাৰে বিজয়পুৰৰ সলনি বৰনগৰ নামটোকে ব্যৱহাৰ কৰিছিল।

পুনশ্চ বৰদোৱাৰ 'গুৰু চৰিত্ৰ' মতে বৰজামৰ পাৰত নৰনাৰায়ণ ৰাজাৰ নগৰখান হৈ উঠাত প্ৰজা সাধাৰণে ইয়াৰ বিষয় কোৱা-মিলা কৰাৰ সময়ত 'নগৰ' আৰু 'বৰনগৰ' নাম চলাইছিল। ৰামৰায় দ্বিজৰ 'গুৰু লীলা' ত আছে,—

"এহিমতে ভাগৱত পঢ়ে দ্বিজবৰ।
তাত চাৰিজন আসিলেক নগৰৰ॥

দামোদৰ পাৱে পড়ি কৰিলা বন্দন ।
বাসা কৰি তথা পাছে কৰিলা ভোজন ॥

ভোজন কৰিয়া প্ৰসঙ্গত বসিলন্ত ।
সেহি সময়ত তাৰা গোচৰ কৰন্ত ॥

শুনিয়োক প্ৰভুদেৱ চৰণে গোচৰ ।
একজন ভাগৱতি মনে কচিকৰ ॥

যোড়ল সকলে নিবেদিলা চৰণত ।
দেৱৰ প্ৰসাদে আমি শুনোঁ ভাগৱত ॥

অন্নবস্ত্ৰ দিয়া আমি পুষিবো সৰ্ব্বথা ।
তয়ু পদ প্ৰসাদত শুনো হৰি কথা ॥

তাসম্বাৰ মুখে হেন শুনিলা গোচৰ ।
বৈকুণ্ঠ দ্বিজক বুলিলন্ত দামোদৰ ॥

ৰাত্ৰি প্ৰসঙ্গৰ পাঠ তোমাৰ ৰহোক ।
বৰনগৰত ভাগৱত পঢ়িয়োক ॥

কতদিন থাকি তৈতে পঢ়ি ভাগৱত ।
তথা হন্তে আসি পাছে পঢ়িবা ইহাত ॥

হেন শুনি উঠি নমস্কাৰ কৰিলন্ত ।
বিদায় হয়া নগৰক চলিলন্ত ॥

নগৰত থাকি ভাগৱতক পঢ়িলা ।
যোড়ল সকলে শুনি আনন্দ লভিলা ॥

ভাগৱত পঢ়ে তথা কণ্ঠ অনুপাম ।
সবে মিলি তাঙ্ক দিলা কবিৰত্ন নাম ॥

কবিৰত্ন নাম ভৈলা জগতে প্ৰখ্যাত ।
যোড়ল সকলে তথা শুনে ভাগৱত ॥

ভাগৱত শুনি তাৰা সন্তোষ লভিলা ।
কথা ভাগৱত বৰনগৰে কৰিলা ॥”

শেষত গুৱালপাৰা নগৰখানৰ নামৰপৰাই গোটেই জিলাখানৰ নাম গুৱালপাৰা হোৱাৰ নিচিনাকৈ, আৰু নগাওঁ নগৰৰ নামেই গোটেই জিলা-খানৰ নাম নগাওঁ হোৱাৰ দৰে, বৰনগৰ নামটোৱে গোটেই অঞ্চল টোকে বুজোৱা হল । তাৰ বাবেই আজিৰ বৰনগৰ মাত্ৰ এখান গাওঁ বা নগৰ নহয় ।

আগেয়ে উল্লেখ কৰা বাৰাদি, গণককুছি, সুন্দৰী, পাটবাউসী, ব্যাসকুছি, ভৱানীপুৰ প্ৰভৃতি ঠাইত শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ, হৰিদেৱ আদি গুৰু সকলে সত্ৰ পাতি ধৰ্ম্মপ্ৰচাৰ কৰিছিল তাক সকলোৱে জানে ; আৰু সেই কাৰণেই সেইবোৰ ঠাই প্ৰসিদ্ধ । হালধীয়া আৰু ডিঙানগৰো ভৱানন্দ সাউদ বা ঠাকুৰ আতাৰ চৰিত্ৰ সংক্ৰান্তত প্ৰসিদ্ধ বুলি জানিব পাৰা গৈছে । শেষত বৰনগৰৰ প্ৰসিদ্ধি থাকিল কিহত ? ই এক কৃষি-প্ৰধান ঠাই ; তাৰ বাবেই এই ঠাইৰ প্ৰসিদ্ধি নে ? নে ইয়াত চাৰ্কেল আফিচ, থানা, ইংৰাজী স্কুল, ৰেল ষ্টেচন আদি থকাৰ বাবেই এই ঠাই প্ৰসিদ্ধ ? আচল কথা কব লাগিলে বৰ্ত্তমান বৰনগৰৰ প্ৰসিদ্ধি ইয়াৰ প্ৰাচীনত্বৰ বাবে । বৰনগৰ নামটোৱেই মহাৰাজ নৰনাৰায়ণৰ স্মৃতি অন্তৰত জগাই দিয়ে, আৰু এই বৰনগৰতেই মযুদেৱে ৰাজধানী বিজয়পুৰ স্থাপনা কৰিছিল দেখি বৰনগৰ আজি দেশত লব

লাগা ঠাই। তদুপৰি এক কালত ই শাস্ত্ৰালোচনাৰ কেন্দ্ৰ আছিল, আৰু ইয়াৰ ৰাজ সভাত পণ্ডিত আৰু সাহিত্যিক সকলৰ মাজত ধৰ্ম্ম আৰু সাহিত্যৰ চৰ্চ্চা হৈছিল। এই কেন্দ্ৰৰ সঞ্জীবনী শক্তিত এক কালত অসমীয়া ধৰ্ম্ম-সাহিত্যই জকমকীয়া হৈ উঠি আজিকো প্ৰভৃতি অসমীয়া ৰাইজক সৌন্দৰ্য্য বিলাই আছে। এনে অৱস্থাত এই ঠাইৰ প্ৰসিদ্ধি অনিবাৰ্য্য।

আজি কালি বৰনগৰ বুলিলে দমকা-চকাবাউসী আৰু ৰূপসী মৌজাৰে হোৱা এটা চাৰ্কেলক বুজায়, কোনো গাওঁ বা নগৰক নবুজায়। কোচ ৰাজত্বৰ সময়তো বৰনগৰ নামটোৰে নগৰ এখানক বুজোৱাৰ বাহিৰে এনেকুৱা এটা চাৰ্কেল বা পৰগনাকো বুজাইছিল বুলি অনুমান হয়। সেই সময়ত এই পৰগনাৰ সীমা পশ্চিমে মৰা-মনাহ, উত্তৰে বিজনী পৰগনা, পূবে মৰা-মনাহ আৰু দক্ষিণে চাউলখোৱা নৈ আছিল বুলি বোধ হয়। কামৰূপ জিলাৰ বৰ্ত্তমান বৰনগৰ অঞ্চলৰ পশ্চিম সীমাত উত্তৰ অংশত ধীৰ নামে এটি সৰু নৈ আৰু দক্ষিণ অংশত ইয়াৰ লগত লগ লাগা মনাহৰ সুঁতি এটা আছে। বৰপেটা মহকুমাৰ হালা পাৰুৰি ডাক বঙ্গলাৰপৰা পাঁচ মাইলমান পূবে উত্তৰ সদৰ ৰাস্তাৰ উপৰত এখান বৰ দীঘল কাঠৰ দলং পোৱা যায়। ইয়াৰ তলত এখান বহল মৰা নৈ আছে। সোঁত নাম বুলিয়েই কব পাৰি; কিন্তু পানী দ, ফাগুণ-চৈত মাহতো শুকুৱায়। আজি কালি ইয়াৰ নাম মৰা-মনাহ। বৰদলৈ ডাঙৰীয়াই তেখেতৰ 'মনোমতী'ত ইয়াকেই চাউলখোৱা মনাহ বুলি উল্লেখ কৰিছে। উত্তৰ সীমাৰো কিবা লৰচৰ হৈছে যদি তাক জনা টান; তথাপি বিজনী মৌজা এতিয়াও এই সীমাত আছে। ১৮৯৭ খৃষ্টাব্দৰ ভুঁইকঁপত বৰপেটা একেবাৰেই তলক যায়। সেই সময়ত খিলাজাৰ, বৈতবাৰী, ভেৰা প্ৰভৃতি উক্ত চৌহদৰ ভিতৰৰ গাওঁৰ প্ৰায় তিন-চাৰ নাইকিয়া হৈ পৰিছে। এইবোৰৰ কিছুমান ঠাই আজি কালি বৰপেটা

দোৱাৰ উপত যুদ্ধ হৈছিল। অতিতকৈ দক্ষিণ দিশে আজি কালি কিছু তিওৰৰৈল লোকাই আছিছে।

বৰনগৰ কোচৰ অধিকাৰলৈ অহাৰ পূৰ্ব্বেও ই কোনো ভূঞা জাইবা জেনেকুৱা মুখ্য মানুহৰ শাসনৰ তলত আছিল বুলি বিবেচনা হয়। গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ত আছে,—"১৪৫০ শকত (খৃঃ ১৫২৮) বিশ্বসিংহ ৰজা ৰজা হয়। এই জনা ৰজাই দেশৰ শান্তি ৰক্ষাৰ নিমিত্তে অতি যত্ন কৰিছিল। এইদেশৰ পৰ্ব্বতৰ দাঁতিৰ ভিতৰুৱা, বেলতলা, ৰাণী, লুকি, বগাই, পাণ্ডাম, বকো, ছয়গাওঁ, বৈদাপুৰ, ভোলাগাওঁ, ছয়গাওঁ, বড়নগৰ, পখৰ, কৰাইবাৰী, আটীয়াবাৰী, কালাবাৰী আৰু গণবাগপুৰত যি মুখ্য লোক আছিল সেই সকলোকে কৰতলীয়া কৰিলে। * * * শান্তি পাতি তাইহঁতে তাইহঁতে উজীৰ, ডেকা, ভূঞাঁ, বড়ুৱা প্ৰভৃতি উপাধিৰে শান্তিৰক্ষক নিয়োজন কৰিলে।"

বৰনগৰীয়া চণ্ডীনাৰায়ণ বৰুৱাৰ বংশৰ শ্ৰীযুত সত্যনাৰায়ণ বৰুৱাৰ মুখে এই লেখকে জানিব পাৰিছে যে, সেই বংশৰ ঊৰ্দ্ধ পুৰুষ কেইবা শতাব্দী পূৰ্ব্বে কনৌজৰপৰা আহি বেহাৰ ৰাজ্যৰ কৰাইবাৰীত বস-বাস কৰিছিল। তিনিপুৰুষ পাছত সেই বংশৰে উত্তমনাৰায়ণ নামে এজনক কোচ ৰজাই বৰনগৰক আনি ইয়াৰ ৰাজ ৰখা পাতে। সেইটো চাহাবে ভেখেতৰ The Koch Kings of Kamarup প্ৰবন্ধত 'পাদিশাহনামা'ৰপৰা লোৱা বুলি লেখিছে,—"He (i.e. Balinarayan) retreated to Budhnagar where he threw up a strong entrenchment, but withdrew to Chothai on hearing that Mahammad Zaman was marching against him with a strong detachment, under the guidance of Uttam Narayan, the son of Sundarbar, Zamindar of Budhnagar, who was

well acquainted with the country.—অৰ্থাৎ তেওঁ (বলিনাৰায়ণে) বুধনগৰলৈ ছুহকিল ; আৰু তাত এটা সহজে পাৰ হব নোৱাৰা গড়-খাইৰ দিলে। এইদেশ সৰ্দ্দাৰবৰৰ পুতেক বুধনগৰৰ জমীদাৰ উত্তমনাৰায়ণৰ ভালৰূপে পৰিচিত আছিল। মহম্মদ যমাঁই সুসজ্জিত সৈন্যদল এটা লৈ বলিনাৰায়ণক খেদি আহিছে বুলি আৰু উত্তমনাৰায়ণে সিবোৰক বাট দেখুৱাই লৈ আহিছে বুলি শুনি বলিনাৰায়ণে কোঠ্ৰীত * যাই সোমাই থাকিল।"

ইয়াৰপৰা এইটোও ওলাই পাৰে যে, কোচ অধিকাৰৰ পূৰ্ব্বে এই ঠায়ে বৰনগৰ নাম পোৱা নাছিল ; তেতিয়া ইয়াৰ নাম বুধনগৰ আছিল। আৰৌ বিজয়পুৰ নগৰ বৰনগৰৰ ভিতৰত হ'লেও স কাৰণে ৰাজধানী হোৱাত বৰনগৰ নামক তল ফেলাই ৰাখিছিল। শেষত বিজয়পুৰ নগৰ ভাঙি যোৱাত হে যে বৰনগৰ নামটোৰ প্ৰচলন হৈছিল, তাক আগতে দেখুৱা হৈছে।

---

# সপ্তম আধ্যা।

## কোচ বা কামৰূপ ৰাজ্যৰ শেষ অৱস্থা।

১৫৮১ খৃষ্টাব্দত নৰনাৰায়ণ ৰাজাই কোচ ৰাজ্য দুই ভাগ কৰি ৰঘুদেৱক কোচ হাজোৰ কৰতলীয়া ৰাজা হিচাবে থাকিব দিছিল ; নৰনাৰায়ণ ৰাজাৰ মৃত্যুৰ পাচত লক্ষ্মীনাৰায়ণ কোচবিহাৰৰ ৰাজা হোৱাত ৰঘুদেৱে তেওঁৰ অধীনতা অস্বীকাৰ কৰি কৰ দিব এৰিলে ; আৰু

* এই নামৰ পুৰণি ঠাই এডোখৰ বৰনগৰত আজি কালিও আছে ; মানুহে আজি কালি ইয়াক কোঠ্লী বুলিহে উচ্চাৰণ কৰে।

তেওঁৰ নিজ নামৰ মুদ্ৰা চলাব ধৰিলে। লক্ষ্মীনাৰায়ণে বহু চেষ্টা কৰিও ৰঘুদেৱক অধীনলৈ আনিব নোৱাৰি নিজে দিল্লীৰ সম্ৰাটৰ অধীনতা স্বীকাৰ কৰিলে আৰু ৰঘুদেৱৰ বিৰুদ্ধে সম্ৰাটৰ সহায় খুজিলে গৈ। মুঠৰ উপৰত এই দুই ৰাজকোঁৱৰৰ ভিতৰত আত্মবিৰোধ উপস্থিত হল।

সকলো অনৰ্থৰ মূলতে এই আত্ম-বিৰোধ। এই আত্ম-বিৰোধৰ ফলতেই ভাৰতৰ হিন্দু ৰাজ্যৰ পতন আৰু মুছলমান ৰাজ্যৰ স্থাপনা। শেষত আত্ম-বিৰোধৰ চুটাকে লৈ ইংৰাজবিলাকেও ইয়াত খোপনি পাতে। সেইদৰে আত্ম-বিৰোধৰ আহ্বানতেই যান বিলাকে উগ্ৰমূৰ্ত্তি ধৰি অসমক গ্ৰাস কৰিবলৈ আহিছিল। পুৰণি কামৰূপৰো যাই থৈ যি কিছু বাকী আছিল, সিও এই আত্ম-বিৰোধৰ ফলতেই সমূলে নাইকিয়া হল। ধন্য আত্ম-বিৰোধ!

১৬১২ খৃষ্টাব্দৰপৰা ১৬৭১ খৃষ্টাব্দলৈকে কালডোখৰ কোচ হাজো বা কামৰূপৰ প্ৰজাসকলৰ পক্ষে বৰ সঙ্কটজনক হৈ উঠিছিল। এই কেই বছৰৰ ভিতৰত অনবৰত হোৱা যুদ্ধ-বিগ্ৰহৰ ফলত কামৰূপীয়া প্ৰজাৰ সুখ-শান্তি নাইকিয়া হৈ পৰিছিল। ৰাজ্যৰ কোনো অংশ কেতিয়াবা এক পক্ষে দখল কৰে, আৰু কেতিয়াবা তাক আন পক্ষে কাঢ়ি লয়। এইদৰে ১৬৭১ খৃষ্টাব্দত হে শেষ মীমাংসা হয়; আৰু এই কালডোখৰৰ ভিতৰতেই কামৰূপৰ স্বাধীনতা লোপ পায়।

১৬১২ খৃষ্টাব্দত ঢাকাৰ নবাবৰপৰা দিল্লীৰ বাদসাহৰ আজ্ঞা অনুসাৰে সৈন্য-সামন্ত পাই লক্ষ্মীনাৰায়ণে পৰীক্ষিত নাৰায়ণক আক্ৰমণ কৰে। ১৬১৬ খৃষ্টাব্দত হে এই যুদ্ধৰ শেষ নিষ্পত্তি হয়। পৰীক্ষিতে মুছলমানৰ অধীনতা স্বীকাৰ কৰিলে অতি অলপ দিনৰ ভিতৰতে যুদ্ধৰ নিষ্পত্তি হল হয়; কিন্তু, পৰীক্ষিত পৰাধীনতা স্বীকাৰ কৰা মানুহ নাছিল, কাৰণ তেওঁ বীৰ চিলাৰায়ৰ ঔৰষজাত ৰঘুদেৱৰহে পুত্ৰ।

ধুবৰীত পৰীক্ষিতৰ দুৰ্গ মুছলমানবিলাকে অধিকাৰ কৰিলে; ধুবৰীৰ যুদ্ধৰ ফল কেয়া হোৱাত পৰীক্ষিত নাৰায়ণ বৰনগৰৰ ৰাজধানীলৈ গুচিল। বৰনগৰত পৰীক্ষিত মুছলমানৰ হাতত বন্দী হল। নবাবে দিল্লীৰ সম্রাটৰ হুকুম অনুসাৰে পৰীক্ষিতক বন্দী অৱস্থাত দিল্লীলৈ পঠাই দিয়ে। পৰীক্ষিতে ভিতৰে ভিতৰে এটা মতলব সাজি বাৰ্ষিক বছৰে চাৰি লাখ টকা কৰ স্বৰূপে দিবৰ স্বীকাৰ কৰাত জাহাঙ্গীৰ বাদসাহে তেওঁক পুনৰ ৰাজপাটত বহিবলৈ মুক্তি দিলে। কিন্তু, কামৰূপৰ দুৰ্ভাগ্যৰ গুণে দিল্লীৰপৰা তেওঁ নিজৰ ৰাজধানীলৈ উলটিবৰ সময়ত বাটতে ১৬১৬ খৃষ্টাব্দত তেওঁৰ মৃত্যু হয়।

পৰীক্ষিতৰ ভায়েক বলিনাৰায়ণ মুছলমানৰ ভয়ত পলাই গৈ আহোম ৰজাৰ আশ্ৰয়ত আছিল। আহোমবিলাকে তেওঁক ধৰ্ম্মনাৰায়ণ নাম দি দৰঙত কৰ দিয়া ৰজা পাতি থলে। বৰ্ত্তমানৰ মঙ্গলদৈ মহকুমাকে সেই কালত দৰং বোলা হৈছিল। তেতিয়া এই ঠাই কোচ হাজো বা কামৰূপৰ অন্তৰ্ভুক্ত আছিল। আহোমবিলাকে বলিনাৰায়ণক আশ্ৰয় দিয়াৰ বাবে মুছলমানে আহোম ৰাজ্য আক্ৰমণ কৰিলে; কিন্তু, মুছলমান বিলাক এই যুদ্ধত পৰাস্ত হয়।

পৰীক্ষিতৰ মৃত্যুৰ পাচত তেওঁৰ ৰাজ্য মুছলমানৰ অধীন হয়। হাজোত মুছলমান নবাব নিজে থাকি আৰু ঠায়ে ঠায়ে থানাদাৰ ৰাখি কাম চলাব ধৰিলে। বৰনগৰত মাত্ৰ কেইজনমান বিষয়া হে থাকিল।

ইয়াৰ পাচত ছল চাই আহোমবিলাকেও কোনো সময়ত মুছলমানৰ ৰাজ্য আক্ৰমণ কৰে আৰু মুছলমানবিলাকেও সুবিধা চাই আহোম ৰাজ্য আক্ৰমণ কৰে। এই দৰে বিশেষ হাৰ-জিত নোহোৱাকৈ ১৬১৬ খৃষ্টাব্দৰ পাচত কেইবাখানো যুদ্ধ হৈছিল; শেষত ১৬৩৮ খৃষ্টাব্দত হে এক প্ৰকাৰ নিষ্পত্তি হয়। এই নিষ্পত্তি অনুসাৰে অসুৰৰ আলি আৰু

বৰ্‌নদীয়েই আহোম ৰাজ্য আৰু মুছলমানৰ অধীনৰ কামৰূপ ৰাজ্যৰ সীমা নিৰ্দ্ধাৰিত হয়। মুছলমানবিলাকৰ ভিতৰত কিছু আত্ম-কলহৰ ভাব দেখি আহোম ৰাজাই ১৬১৮ খৃষ্টাব্দত দুনাই কামৰূপ ৰাজ্য আক্ৰমণ কৰে। এই বাৰৰ যুঁজত মুছলমানবিলাক আহোমৰ হাতত হাৰে আৰু সিবিলাকক আহোমবিলাকে সোণকোস নৈ পাৰ কৰি থয়। আহোম বিলাকৰ এনেকুৱা প্ৰতাপত দিল্লীৰ বাদ্‌সাহ্‌ আৰঙ্গজেব কুপিত হৈ সুদক্ষ সেনাপতিৰ নেতৃত্বত আহোম ৰাজ্য মাৰিবলৈ ফৌজ পঠায়। তেৰ বছৰৰ মূৰত হে উপৰত কোৱা মতে ১৬৭১ খৃষ্টাব্দত এই শত্ৰুতাৰ অন্ত পৰে।

পৰীক্ষিতৰ মৃত্যুৰ পাচত আহোমবিলাকৰ সহায় লৈ পৰীক্ষিতৰ পুতেক চন্দ্ৰনাৰায়ণে মুছলমানৰ লগত যুদ্ধ কৰে। তেওঁ প্ৰথমতে মুছলমানক কামৰূপৰপৰা খেদি দি বৰ্ত্তমান গুৱালপাৰা জিলাৰ দক্ষিণ পাৰে হাটশিলা নামে ঠাইত ৰাজধানী পাতি কামৰূপৰ ৰাজা হয়; কিন্তু মুছলমানৰ পুনৰ আক্ৰমণত ১৬১৯ খৃষ্টাব্দৰ যুদ্ধত তেওঁ মুছলমানৰ হাতত প্ৰাণ এৰে। পিতেকৰ অৱস্থা দেখি পুতেক জয়নাৰায়ণে মুছলমানত আত্মসমৰ্পণ কৰিলে। যুদ্ধত জয়লাভ কৰি মুছলমান সৈন্য উজাই আহিল; আমাৰ আহোম সৈন্যৰ ফৌজ ভাটীয়াই আছিল। অসমীয়া সৈন্যৰ যুদ্ধ জয়ৰ আগন্তুক দেখি জয়নাৰায়ণে আহোম ৰাজাৰ শৰণাপন্ন হোৱাত আহোম ৰাজাই তেওঁক বিলাজযপুৰত অৰ্থাৎ বৰ্‌নগৰত ৰাজা পাতি থলে। কিন্তু, জয়নাৰায়ণে মুছলমানৰ লগত আহোমবিলাকৰ মিত্ৰতা কৰাই দিব বুলি কৈ শেষত কৰাব নোৱাৰাত আহোম ৰাজাই জয়নাৰায়ণৰ বিৰুদ্ধে উঠে। জয়নাৰায়ণ তেতিয়া বৰনগৰৰপৰা যাই মুছলমানৰ হাতত পৰিল। আগতে বিশ্বাসঘাতকতা কৰাৰ বাবে জয়নাৰায়ণে মুছলমানৰ হাতত প্ৰাণ হেৰুৱায়। সমশেষত

মুছলমানেই এই যুঁজত জিকে আৰু উত্তমনাৰায়ণ মুছলমানৰ অধীনত আকৌ বৰনগৰৰ জমীদাৰ হয়।

পৰীক্ষিত নাৰায়ণৰ মৃত্যুৰ লগে লগে প্ৰাচীন কামৰূপ ৰাজ্যৰ নাম লুপ্ত হল, বিজয়পুৰ নগৰৰ নামো তল পৰিল। ১৬৭১ খৃষ্টাব্দত যেতিয়া মুছলমান আৰু আহোমৰ ভিতৰত যুদ্ধৰ শেষ মীমাংসা হয়, তেতিয়া মনাহ নৈয়েই আহোম আৰু মুছলমান ৰাজ্যৰ সীমা নিৰ্দ্ধাৰিত হয়। মনাহৰপৰা বৰনদীলৈকে এই নতুনকৈ পোৱা ঠাইখিনি আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হল। এই ঠাইখিনিৰ নাম হলে তেতিয়াও কামৰূপ হৈয়েই থাকিল। শেষত মানৰ আক্ৰমণৰ পাচত অসম ইংৰাজ গৱৰ্ণমেণ্টৰ হাতক যোৱাত সেই কালৰ কমিচনাৰ ৰবাৰ্টচন চাহাবে ১৮৩৪ খৃষ্টাব্দত জিলা বিভাগ কৰি এই ঠাইখিনিৰ নাম কামৰূপ জিলা ৰাখিলে। ফলত প্ৰাচীন কামৰূপ ৰাজ্যৰ বিস্তৃতি চেপ খাই যাই বৰ্ত্তমানৰ কামৰূপ জিলাৰ চাৰি সীমাৰ লগত মিলি থাকিল।

কামৰূপ মুছলমানৰ হাতৰপৰা আহোমৰ হাতক যোৱাত ইয়াৰ শাসনৰ নিমিত্তে গুৱাহাটীত এজন বৰফুকন নিযুক্ত হল আৰু তেওঁৰ অধীনত চান্দকুছি, বৰনগৰ, বজালী, ভৱানীপুৰ, চেঙ্গা, সৰ্থেবাৰী, ক্ষেত্ৰী, পাণ্ডুৰী, বৰিগোগ, বাঁহজানী, নাম বৰভাগ, বতাহগিলা, কমাৰকুছি, চমাৰকুছি, জিকেৰি প্ৰভৃতি ঠাইত কিছুমান প্ৰধান বিষয়া থাকিল। এওঁবিলাকৰ ভিতৰত কাকো বৰুৱা, কাকো চৌধাৰী আৰু কাকো পাটগিৰি বোলা হৈছিল। চান্দকুছীয়া বৰুৱা আৰু বৰনগৰীয়া বৰুৱাৰ ক্ষমতা কিছু বেচি আছিল; আনবিলাকে এওঁবিলাকৰ সহকাৰী হিচাবে কাম কৰিছিল।

কামৰূপত আহোমৰ আমোল আৰম্ভ হোৱাৰ পূৰ্ব্বেই বিজয়পুৰ নগৰ লুপ্ত হৈছিল বুলি আগতে উল্লেখ কৰা হৈছে। এতিয়া আহোমৰ অধীনত

চণ্ডীনাৰায়ণ বৰুৱাক বৰনগৰত নিযুক্ত কৰাৰপৰা বৰনগৰৰ নাম ফুটিল। প্ৰাগ্‌জ্যোতিষপুৰ বুলিলে গুৱাহাটী নগৰক বুজাৰ নিচিনাকৈ সেই সময়ৰপৰাই বিজয়পুৰ আৰু বৰনগৰ নামে একেখান ঠাইকে বুজোৱা হৈ পৰিল।

এতিয়া মনাহৰ পশ্চিম পাৰৰ ঠাইখিনিৰ মুছলমানে কি বন্দবস্ত কৰিলে অলপ চোৱা যাওক। মুছলমানৰ বিশেষকৈ আহোম ৰাজাৰ লগত যে শত্ৰুতা আছিল; আৰু সি কেনেকৈ অন্ত পৰিল তাক আগতে দেখা গৈছে। পৰীক্ষিত নাৰায়ণে মুছলমানৰ অধীনতা স্বীকাৰ কৰাত কোচৰ লগত মুছলমানৰ অপ্ৰীতি আৰু নাথাকিল; মাত্ৰ আহোমৰ লগ হৈ মুছলমানৰ বিৰুদ্ধে থিয় হোৱাত চন্দ্ৰনাৰায়ণ আৰু জয়নাৰায়ণে প্ৰাণ হেৰুৱায়। শেষত যুঁজৰ অন্ত পৰাত মুছলমানবিলাকে তেওঁবিলাকৰ ৰাজ্যখণ্ডত অৰ্থাৎ মনাহৰপৰা সোণকোষলৈকে ঠাইখিনিত পৰীক্ষিত নাৰায়ণৰ পুতেক বিজিত নাৰায়ণক জমীদাৰ পাতিলে। বিজিত নাৰায়ণে বছৰে ৬০০০৲ ছয় হাজাৰ টকাকৈ কৰ দি মোগলৰ অধীনৰ জমীদাৰ হল আৰু বিজনীত নকৈ ৰাজধানী পাতিলে।

এইখিনিতে বিজনী সম্পৰ্কে কিছু কব লগীয়া আছে। বিজনী নামটোৱে আজি কালিৰ গোৱালপাৰা জিলাৰ বিজনীকে অকল বুজোৱা নাই; ই আজি কালিৰ কামৰূপ জিলাৰ বিজনী মৌজা আৰু গুৱালপাৰা জিলাৰ বিজনী পৰগনাক একেলগে বুজাইছে। বিশ্বসিংহৰ সময়ত বিজনী, ফুলগুৰী প্ৰভৃতি ঠাইত ভূঞা কিছুমানে ৰাজত্ব কৰাৰ কথা উল্লেখ আছে; বিশ্বসিংহই সিবিলাকক পৰাস্ত কৰি তলতীয়া ৰাজা কৰি লৈ ৰাজ্য বঢ়াইছিল, এই কথা গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী'ৰপৰা আগতে ষষ্ঠ আধ্যাত তুলি দিয়া হৈছে। গেইট চাহাবেও এই সম্পৰ্কে লিখিছে,—"He (i. e. Biswasingha) subdued the chiefs of

Phulguri and Bijni and other places and gradually extended his rule as far as the Karatoya in the West and the Baranadi in the East ( A History of Assam ).—অৰ্থাৎ তেওঁ ( বিশ্বসিংহে ) বিজনী, ফুলগুৰী আৰু আন আন ঠাইৰ মুখ্য লোক সকলক পৰাস্ত কৰি পুবৰ বৰনদী আৰু পশ্চিমৰ কৰতোয়া নৈলৈকে তেওঁৰ অধিকাৰ ক্ৰমে বঢ়াই নিলে।"—ইয়াত উল্লেখ কৰা ফুলগুৰী কামৰূপ জিলাৰ ভিতৰত পৰিছিল। বৰপেটা মহকুমাৰ টাপা নামে গাওঁৰ ওচৰত ১৮৯৭ খৃষ্টাব্দৰ ভুঁইকঁপত নষ্ট হোৱা ফুলবগুৰী নামে গাওঁ এখান আজিও আছে। বৰপেটা মহকুমাৰ বিজনী মৌজাৰ কথাও সকলোৱে জানে। এই মৌজাৰ ভিতৰত থাকা হাটখোলা নামে গাওঁৰ কাষত পুৰণি কালৰ গড় পুখুৰীৰ চিন এই লেখকৰ চখুত পৰিছিল।

নীলকণ্ঠ কৃত 'শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত্ৰ'ত আছে—

"আৰু আন কথা শুনিয়োক সৰ্ব্বজন।
নামত বেঙ্কৰা গিৰি পৰম শোভন॥
নৃপ নৰনাৰায়ণে আদেশ দিলন্ত।
ফুলগুৰী বেজিনীৰ উজীৰ ভৈলন্ত॥"

—বেঙ্কৰাগিৰিৰ মৃত্যুৰ পাচত পুতেক মনোহৰক সেই এলেকাৰ উজীৰ পাতা হৈছিল। তেওঁৰ বহুতো প্ৰজাই গোবিন্দপুৰ সত্ৰৰ স্থাপন কৰ্ত্তা দামোদৰদেৱৰ শিষ্য ভগবানদেৱৰ ওচৰত বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হয়। ইয়াতেই মনোহৰ কুপিত হৈ ভগবানদেৱৰ বিৰুদ্ধে দামোদৰদেৱৰ ওচৰত গোচৰ কৰিলে। দামোদৰদেৱৰ বুজনিত সন্তুষ্ট হৈ মনোহৰে তেওঁৰ ওচৰত দীক্ষিত হয়। ইয়াৰ পাচত মনোহৰে ফুলগুৰী-বিজনীৰ উজীৰৰ বিষয়-বাব ৰাজাত সোধাই দি নিজে ধৰ্ম্মালোচনাত নিযুক্ত হয়।—.

"প্ৰণমি চলিলা দুই ( ভগৱান আৰু মনোহৰ ) এক প্ৰীতি হই ।
বেতগুৰী ফুলগুৰী সত্ৰক লাগি গই ॥
লোক ভজাই মনোহৰে থাকিলা তথাত ।"

—সেই সময়ৰপৰা বিজনীৰ উজীৰৰ পদ খালী হৈ থাকিল ।

কামৰূপ'ৰ' আৰু গুৱালপাৰা জিলাৰ উত্তৰে থাকা পৰ্ব্বতৰ নামনি অঞ্চল দক্ষিণে গোহাই কমলা আলিলৈকে মুছলমান যুদ্ধৰ সময়ত ভোটৰ অধীনত আছিল । মনাহৰ পশ্চিম পাৰৰ বিজনীত সেই কালত ভোটৰ চাং বা আদ্দা আছিল । ভোটৰ লগত মিত্ৰতা কৰি বিজিত নাৰায়ণে ভোটৰপৰা সেই অঞ্চলটো পায় । তেতিয়া তেওঁ বিজনীতে নিগাজীকৈ ৰাজধানী পাতি নিজক নিৰাপদ বিবেচনা কৰিলে ।

এতিয়া চাওক, কিমান শতাব্দী ধৰি স্বাধীনতা ভোগ কৰি আহা এক প্ৰতাপ-মণ্ডিত ৰাজ্যক সৃষ্টি-ৰীতিয়ে শেষত কি নকৰিলে ! আৰু এই সৃষ্টি-ৰীতিৰ প্ৰভাৱতেই প্ৰতাপী আৰু স্বপ্ৰতিষ্ঠিত ৰাজ পৰিয়াল এটাৰ শেষত যাই কি নঘটিল !

———०———

# অষ্টম আধ্যা ।

## বিজয়পুৰৰ অৱস্থিতি ।

আজি কালিৰ বৰনগৰৰ ভিতৰত বিজয়পুৰ আৰু বকৰাৰ থাকা ঠাই কত আছিল তাৰ এতিয়া আলোচনা কৰা যাওক । গেইট চাহাবে এই বিজয়পুৰ বৰনগৰত মনাহৰ পাৰত বুলি লিখিছে । তেখেতে আকৌ বুৰঞ্জীখানত যিখান মেপ দিছে, তাতো বৰনগৰ ঠাইডোখৰ মনাহৰ মুঁতি

এটাৰ পূব পাৰে দেখুৱাইছে ; কিন্তু, মেপখান ইমান সৰু যে ঠাইডোখৰ সৰজমীনত কোনখিনিত পৰে ঠাৱৰ কৰা বৰ টান। সেইটো উল্লেখ কৰা মনাহ নৈ বৰ্ত্তমানৰ গুৱালপাৰা জিলাৰ মাজে'দ বৈ যোৱা ডাঙৰ মনাহ যে নহয় সেইটো ঠিক। এই মনাহ 'গুৰু চৰিত্ৰ'ত উল্লেখ কৰা মতে 'বৰজান' অৰ্থাৎ মনাহৰ কোনো সুঁতি হব। তেনেহলে এই বৰজানে বৰ্ত্তমান কামৰূপৰ পশ্চিম সীমাইদি যোৱা মনাহকে বুজোৱাটো সম্ভৱপৰ। আজি কালিৰ বেকী নৈয়ে সেই বৰজান বুলি কিছুমানে কব পাৰে ; কিন্তু, কলেও সি গ্ৰাহ্য নহয়, কাৰণ ১৮৯৭ খৃষ্টাব্দৰ ভূঁইকঁপৰ আগেয়ে এই ঠাইত এনেকুৱা বহল নৈ এখান নাছিল।

শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই বৰ্ত্তমানৰ চালাপাকৰীৰ ওচৰত থাকা বৰুৱাৰ বাৰী বোলা ঠাইডোখৰকে চণ্ডীবৰুৱাৰ থাকা ঠাই বুলি তেখেতৰ 'মনোমতী'ত লেখিছে। তাৰ চাউলী বোলা ঠাইডোখৰ বৰুৱাৰ চাউলী আছিল বুলি কয়। বৰুৱাৰ বাৰীত সেই কালৰ আলি, পুখুৰী ইত্যাদিৰ চিন কিছু এতিয়াও আছে বুলি তেখেতে উল্লেখ কৰিছে ; আৰু এই পুৰণি চিনবোৰ এতিয়াও কিছু পৰিমাণে চখুত পৰে। আজি দুইবছৰমান আগতে চাউলীৰপৰা আঠীগাৱালৈ * যোৱা নতুন আলিটো বান্ধিবৰ সময়ত বৰুৱাৰ বাৰীৰ কাষত কিছুমান পোত খাই থাকা টকা ওলোৱা বুলি শুনা গৈছিল। বৰনগৰত বৰুৱাৰ আমোল উঠিবৰ আজি এশ বছৰ হল ; কাজেই তেওঁৰ থাকা ঠাইত তেওঁৰ আমোলৰ পুৰণি স্মৃতি কিছু থাকাটো সম্ভৱপৰ। গতিকে বৰুৱাৰ বাৰীয়েই চণ্ডী বৰুৱাৰ টোল হঠাৎ কাছাৰি আছিল বুলি মানি লব লাগিব।

* আজি কালি ইয়াৰ নাম 'বৰপেটা ৰোড,' হৈছে। ই ইষ্টাৰ্ণ বেঙ্গল ৰেলৰ এটা সৰু ষ্টেচন ; বৰপেটালৈ যাব লাগিলে এই ষ্টেচনত নামিব লাগে।

হালাপাকৰীৰ ওচৰৰ নগৰঝাৰ নামে যিখান ঝাৰণি আছে, সিয়েই নৰনাৰায়ণ ৰাজাই পাতা বৰনগৰ বুলি বৰদলৈ ডাঙৰীয়াই কয়। তেখেতৰ মতে এই নগৰখানতে নৰনাৰায়ণ ৰাজাই বাৰ বছৰ কাল কটাইছিল। তেখেতে 'মনোমতী'ত আকৌ লেখিছে,—"আজিকালিৰ যি ৰবৰাবীৰ ঝাৰ সেই থনেই সেইকালৰ বৰনগৰ।" নগৰঝাৰৰ পশ্চিমে ঘিলাঝাৰ বুলি আন এখান ঝাৰণি আছে। এই ঘিলাঝাৰেই ৰঘুদেৱে পাতা ঘিলাবিজয়পুৰ বা ঘিলাজয়পুৰ বুলি বৰদলৈ ডাঙৰীয়াই কয়। তেখেতৰ অনুমানত খুঁত উলিওৱাৰ সাধ্য আমাৰ নাই; কিন্তু, তলত দিয়া যুক্তিৰপৰা বিজয়পুৰ ঘিলাঝাৰত নহয় বুলি আমাৰ বিশ্বাস

১৫৪০ খৃষ্টাব্দত নৰনাৰায়ণ কোচবিহাৰৰ ৰাজসিংহাসনত উঠে। ১৫৪৬ খৃষ্টাব্দত চিলাৰায় সেনাপতিয়ে আহোম ৰাজ্য মাৰে; আৰু ১৫৪৭ খৃষ্টাব্দত নাৰায়ণপুৰত দুৰ্গ নিৰ্ম্মাণ কৰে। কোচবিহাৰৰপৰা নাৰায়ণপুৰলৈ 'গোঁহাই কমল' আলিটো ১৫৪৬-৪৭ খৃষ্টাব্দৰ ভিতৰত বান্ধা হয়। এই আলি হোৱাৰ পাচত হে নৰনাৰায়ণ ৰাজাই শনিৰ কুদৃষ্টি কটাবৰ মতলবে (বৰদলৈ ডাঙৰীয়াৰ মতে) নগৰঝাৰত আহি নগৰ পাতিছিল। গেইট চাহাবে তেওঁৰ The Koch kings of Kamarup প্ৰবন্ধত লেখিছে,—"He (i.e. Naranarayan) intended to rebuilt it (i.e. Kamakhya tempele), but being possessed by Sani he postponed this pious act until after his proposed expedition (i.e. to Goura).—অৰ্থাৎ নৰনাৰায়ণ ৰাজাই কামাখ্যা মন্দিৰ পুনৰ নিৰ্ম্মাণ কৰিবলৈ সংকল্প কৰিছিল, কিন্তু, তেওঁক শনিয়ে পোৱাত তেওঁৰ প্ৰস্তাবিত গৌৰদেশ আক্ৰমণৰ পাচলৈ এই পুণ্য কাৰ্য্য স্থগিত ৰাখিছিল।"—এইমতে নৰনাৰায়ণৰ শনিয়ে পোৱাৰ কাল যে

১৫৫৩-৫৪ খৃষ্টাব্দ, আৰু ১৫৫৩ খৃষ্টাব্দত হে যে নৰনাৰায়ণে বৰনগৰ স্থাপন কৰিছিল তাৰ আগতে পোৱা হৈছে।

ইপিনে 'গুৰু-চৰিত্ৰ'ৰ "যেহোৰত মহাৰাজাৰ নগৰত কিছু দুৰ্ঘটনা হোৱাৰ নিমিত্তে দৈবজ্ঞ অনাই গণনা কৰি জানিব পাৰিছে যে, ৰাজ্যত শনিৰ দৃষ্টি পতিত হোৱাৰ কাৰণে অমঙ্গল হৈছে। তেতিয়াই আৰু বৰজানৰ পানী ভাল বেয়া পৰীক্ষা কৰি বৰজানৰ পাৰত নগৰ পাতিছে। পাটবাউসীৰ পৰা শঙ্কৰক নিবলৈ দূত পঠাইছে।"—এই কথাৰপৰা বুজা যায়, এই নতুনকৈ হোৱা নগৰতে প্ৰথমে নৰনাৰায়ণ ৰাজাৰ শঙ্কৰদেৱৰ লগত পৰিচয় হৈছিল; কাৰণ শঙ্কৰদেৱে ইয়াৰ আগতেই আহোম ৰাজ্য এৰি আহি ১৫৪৬ খৃষ্টাব্দত পাটবাউসীত নিগাজীকৈ ভিথাপি লৈছে।

নৰনাৰায়ণ ৰাজাই এই সময়ত আহি উক্ত ঠাইত বাসৰ কৰা হলে গোঁহাই কমল আলিক আশ্ৰয় কৰি বাহৰ পাতাটো'হে স্বাভাৱিক। ৰঘুদেৱৰ স্থাপিত ঘিলাবিজয়পুৰো নিশ্চয় এই আলিৰ কাষতেই হব। বৰদলৈ ডাঙৰীয়াৰ মতে ঘিলাঝাৰেই ঘিলাবিজয়পুৰ হোৱাত কিছু আপত্তি থাকে। (১) এই নগৰ গোঁহাই কমল আলিৰপৰা প্ৰায় চাৰে তিনি মাইল আঁতৰত পৰে; (২) ৰঘুদেৱৰ স্থাপিত ঘিলাজয়পুৰ আৰু চণ্ডীবৰুৱাৰ চ'ৰা একে ঠাইতে বুলি গেইটে উল্লেখ কৰিছে। আজি কালি চকচকাৰ পৰা যিটো লোকেল বোৰ্ডৰ আলি পূব আৰু পশ্চিমলৈ গৈছে, সেইটো-কেই পুৰণি গোঁহাই কমল আলি বুলি জনা যায়। এই আলিটো বৰনগৰ মাইনৰ স্কুল এৰি গৈ 'ট্ৰাঙ্ক ৰোড'ত লগাৰ আগতে সাপনা গাওঁৰ পূৱমুৰে যি ঠাইত দক্ষিণলৈ ভাজ লৈছে, সেই ঠাইক হাউলী বোলে। চাবেক গোঁহাই কমল আলিটো এই হাউলীৰ মাজেদি পোনে পোনে পূবলৈ যাই হালাপাকুৰীৰ ওচৰৰ হাউলীত ওলাইছিল।

এনে অৱস্থাত এই লেখকে অনুমান কৰে যে, এই বিজয়পুৰ এই অঞ্চলৰ পশ্চিমফালে থকা মনাহৰপৰা বেকী নৈলৈকে ঠাইখিনিৰ ভিতৰতে কৰবাত পৰিব। তেনেহলেও গেইট চাহাবৰ 'আসাম বুৰঞ্জী'ত দিয়া মেপ মতে বৰনগৰ বা বিজয়পুৰ মনাহৰ খুঁতি এটাৰ পূব পাৰে পৰে। তদুপৰি জয়পুৰ, হাউলী, কেতেকীবাৰী, ডেকাৰবৰী, মালপাৰা প্ৰভৃতি গাওঁৰ নামে বিশ্বাস জন্মায় যে, বিজয়পুৰ নগৰ বৰনগৰ মাইনৰ স্কুলৰ ওচৰত কোনো ঠাইত আছিল। বৰনগৰ মাইনৰ স্কুলৰ ঘৰটো দক্ষিণ গণকগাৰীত পৰিছে; স্কুল ঘৰৰ সমুখৰ খেলাৰ মাঠ কেতেকীবাৰীত পৰিছে; যি ঠাইত সৰভোগ ৰাস্তা আৰু পুৰণি গোঁহাই কমল আলি লাগিছে, সেই তিনি আলিৰ দক্ষিণৰ গাওঁখানেই জয়পুৰ *; হাউলী সাপনা গাওঁৰ যে পূব মূৰে তাক আগতে কোৱা হৈছে; মাইনৰ স্কুলৰ দক্ষিণৰ গাওঁখানেই ডেকাৰবৰী; আৰু দক্ষিণ গণকগাৰীৰ উত্তৰ পশ্চিম সীমাতেই মালপাৰা।

এতিয়া এই হাউলী প্ৰথমতে উল্লেখ কৰা হাউলীৰ নিচিনাকৈ এক কালত কোনো ৰাজা, জমীদাৰ বা কোনো ডাঙৰ মানুহৰ হাউলী আছিল বুলি ধাৰণা নহয় নে? এই কেতেকীবাৰী যে এক কালত কোনো ডাঙৰ মানুহৰ কেতেকী ফুলৰ বাগীচা নাছিল তাক কোনে কব? ডেকাৰবাৰী নিশ্চয় কোনো ডেকা নাম বা উপাধিধাৰী মানুহৰ নাম অনুসাৰে হৈছে। শঙ্কৰদেৱৰো আন এটা নাম ডেকাগিৰি আছিল। আৰু পুৰণি বিজয়পুৰেই কিজানি আজি কালিৰ বিজয়পুৰ হৈ থাকিল। চণ্ডী বৰুৱাৰ ঊৰ্দ্ধ পুৰুষ উত্তমনাৰায়ণ কোচৰ অধীনস্থ বুধনগৰৰ (অৰ্থাৎ

* বেকী নৈৰ পূব পাৰেও জয়পুৰ নামৰ গাঁও এখন আছে। আজি কালিৰ উত্তৰ সদৰ ৰাস্তা এই গাওঁৰ উত্তৰ সীমাই দি গৈছে। আগেয়ে এই ঠাই হাবিয়নি হৈ পৰি আছিল; আজি কালি মৈমনসিংহীয়া মুছলমানবোৰ বহাত ই সুন্দৰ গাওঁ হৈ পৰিছে।

বৰনগৰৰ) দ্বাৰ বৰুৱা হৈ আহাৰ সময়ত মাল এক ঘৰো তেওঁৰ লগত আহিছিল। এই মালঘৰক বহিবলৈ দিয়া ঠাইয়ে আজিকালিৰ মালপাৰা। এই গাওঁত উক্ত মালঘৰৰ বংশধৰ এতিয়াও আছে। ইয়াৰ উপৰিও বেকী আৰু কামৰূপ জিলাৰ পশ্চিম সীমাত থকা মৰা মনাহৰ ভিতৰৰ ঠাই ডোখৰত গোঁহাই কমলৰ উত্তৰে আৰু দক্ষিণে প্ৰায় বৃত্তাকাৰে অন্যূন চৌব্বিশটা কেবা শ বছৰীয়া বৃহৎ পুখুৰীৰ চিন এতিয়াও আছে। সিবোৰৰ কিছুমানত এতিয়াও পানী থাকে। ইয়াৰ লগতে আৰু এটি মন কৰিব লাগা কথা এই যে, বৰ্ত্তমানৰ বহাৰপৰা উত্তৰে মঠৰ গুৰিলৈকে মনাহৰ পাৰে পাৰে মুছলমান যুদ্ধৰ সময়ৰ বৃহৎ গড় এটাৰ ভগ্নাৱশেষ এতিয়াও চখুত পৰে। এই গড়ৰ এক ছেৱা ১৯২৪ খৃষ্টাব্দৰ বান পানীত খহি যোৱাত ভলুকাদোবা গাওঁৰ কাষত গড়ৰ ভিতৰৰপৰা প্ৰাচীন কালৰ শিলা মিস্ত্ৰিয়ে কাটা চাৰিসিৰীয়া শিলৰ স্তম্ভ এটাৰ এডোখৰ ওলাই পৰিছিল। ই এতিয়াও কোঠৰবৰীৰ শ্ৰীযুত ৰত্নেশ্বৰ তালুকদাৰ ডাঙৰীয়াৰ জিম্মাত আছে।

এইবোৰৰপৰা সিদ্ধান্ত কৰিব পাৰি যে, বিজয়পুৰ বা বিজয়নগৰ আগতে উল্লেখ কৰা মৰা মনাহ আৰু বেকীৰ ভিতৰত পৰা ঠাইডোখৰৰ মাজথিনিত আছিল। সেই ঠাইক কেন্দ্ৰ কৰিয়েই নগৰৰ চাৰিও কাষে উক্ত পুখুৰীবোৰ খান্দোৱা হৈছিল; আৰু এই পুখুৰীবোৰৰ প্ৰায় ভাগেই যে কোচ ৰাজাৰ আমোলত হোৱা তাৰ কোনো ভুল নাই। বৰনগৰীয়া বৰুৱাৰ বংশৰ কোনো লোক বৰ্ত্তমানে বৰনগৰত নাই। এই বংশৰ শৰ পুৰুষবোৰ ইয়াৰপৰা উঠি যাবৰ পঞ্চাশ বছৰৰ বেচি হোৱা নাই। সাপনা গাওঁৰ ওচৰৰ হাউলীয়েই এই বৰুৱা ঘৰৰ পূৰ্ব্বৰপৰা বাসস্থান আছিল, ইয়াক বৰুৱা ঘৰৰ বংশাৱলীৰপৰা জনা যায়;—এই বিষয়ে ইয়াত জনশ্ৰুতিও আছে। মাত্ৰ চণ্ডীনাৰায়ণ বৰুৱাই হে এই হাউলীৰপৰা

উঠি যাই হালাপাকৰীৰ ওচৰত আগতে উল্লেখ কৰা ঠাইত বহিছিল। চণ্ডীনাৰায়ণ বৰুৱাই হে তেওঁৰ বংশৰ আনবিলাকতকৈ বেচি প্ৰসিদ্ধ হৈ উঠিছিল; সেই গুণে তেওঁৰ থাকা ঠাইৰ প্ৰসিদ্ধ এতিয়াও গুচা নাই। অথচ সাপনাৰ ওচৰৰ হাউলীৰ কথা এনে কি এই অঞ্চলৰ স্থানীয় মানুহৰে বহুতে নাজানে।

মুঠ কথা, ৰঘুদেৱে কোচবিহাৰৰপৰা আহি হাউলীৰ উত্তৰে থাকা বৰ্ত্তমানৰ মুকলি ঠাইত ৰাজধানী পাতিছিল; এইখান নগৰৰ নাম হৈ পৰিল শেষত বিজয়পুৰ বা বিজয়নগৰ কিম্বা বৰনগৰ। ইয়াৰ পাচত হে কিছু পূবে ৰঘুদেৱে ঘিলাজয়পুৰ দুৰ্গ সাজে। এই ঠাইতে যে চণ্ডী নাৰায়ণ বৰুৱাই যাই শেষত বসতি কৰিছিল, তাৰো আগতে কোৱা হৈছে। ৰঘুদেৱ ৰাজাই ঘিলাজয়পুৰত দুৰ্গ সাজা মানে বিজয়পুৰ নগৰক বঢ়াই নিয়া। ঘিলাবিজয়পুৰ আৰু বিজয়পুৰ নাম দুটা দেখাত যদিও দুখান পৃথক ঠাইৰ নাম যেন দেখি, আচলতে হলে এই দুটা সমগ্ৰ নগৰখানৰ ভাগ হৈ আছিল; এই নগৰখানৰ সীমা নগৰঝাৰ আৰু ঘিলাঝাৰৰ কাষলৈ বহল হৈ গৈছিল। বিজয়পুৰত ৰাজাৰ পাত্ৰ-মন্ত্ৰী প্ৰভৃতি কৰ্ম্মচাৰী সকল থাকি ৰাজকায় কাৰ্য্য চলাইছিল; আৰু ঘিলাবিজয়পুৰক সুসজ্জিত দুৰ্গত পৰিণত কৰি তাত ৰাজাই নিজে আছিল। এইদৰে পশ্চিমৰ মৰা মনাহৰ কাষৰ পৰা পূবৰ মৰা মনাহৰ প্ৰায় কাষলৈকে ঠাইডোখৰ এই নগৰখানেই আগুৰি ফেলালে দেখি গোটেই অঞ্চলটোৰ নাম বৰনগৰ হল।

ৰঘুদেৱে বিজয়পুৰ নগৰ স্থাপন কৰাৰ প্ৰায় ২৮ বছৰ পূৰ্ব্বে শনিৰ দৃষ্টিত পৰি নৰনাৰায়ণ ৰাজাই ইয়াক আহিছিল। তেওঁ পাতা নগৰখান কোন খিনিত আছিল তাক সঠিক ৰূপে উলিওৱা কিছু টান। তথাপি অনুমান হয়, এই নগৰ বিজয়পুৰৰ কিছু পশ্চিমে আৰু ডপৰত উনুকিওৱা পুখুৰীবোৰৰ মাজত পৰিছিল। বৰনগৰ মাইনৰ স্কুলৰ কিছু পশ্চিমে

দক্ষিণ গণকগাৰী গাওঁৰ মূৰত গোঁহাই কমল আলিৰ উপৰত এটা দোল এতিয়াও আছে। এই ঠাইত ই 'ৰাজা ঢাপ' নামে পৰিচিত। কোনো ৰাজাৰ নামৰ লগত এই দোলটোৰ কিব' সম্বন্ধ আছে যদিও ইয়াৰ বুৰঞ্জী এই পৰ্য্যন্ত উদ্ধাৰ হোৱা নাই। কিন্তু, এই ঠাইৰ মানুহবিলাকে এই দোলটোক আজি কালি এটা নামঘৰৰ নিচিনাকৈ ব্যৱহাৰ কৰে। ইয়াৰ উপৰত কোনো ঘৰ-দুৱাৰ নাই, মাত্ৰ চাৰিওফালে এমুৰমান ওখকৈ বাহৰ গড় মাৰা আছে। তিথিপৰ্ব্ব উপলক্ষে ইয়াত চাকি-বন্তি লগাই ঠগি দি নাম প্ৰসঙ্গ কৰা হয়। বাস্তৱিকে এই দোলটোৰ কোনো ৰাজাৰ জীৱনীৰ লগত যদি কিবা সম্পৰ্কে আছে, তেন্তে সেই সম্পৰ্ক নৰনাৰায়ণৰ লগত হোৱাটোৱেই বেচি সম্ভৱপৰ।

সিবোৰ দিহক, নৰনাৰায়ণৰ বৰনগৰ ৰঘুদেৱৰ সময়ৰ বৰনগৰৰ ভিতৰতে পৰিছিল। অৰ্থাৎ ৰঘুদেৱে নৰনাৰায়ণ ৰাজাই এৰি যোৱা বনগৰ নামৰ নগৰখানকে অৱলম্বন কৰি বিজয়নগৰ বা বিজয়পুৰ স্থাপন কৰিছিল।



# নৱম আধ্যা।

## পুৰণি বৰনগৰত সাহিত্য চৰ্চ্চা।

কোচ ৰাজাৰ আমোলৰ বৰনগৰে আমাক কি দিলে এবাৰ চোৱা উচিত। পুৰণি অসমীয়া ধৰ্ম্ম-সাহিত্য অসমীয়া জাতিৰ গৌৰৱৰ বস্তু। ই অসমীয়াৰ প্ৰতি প্ৰাচীন কামৰূপৰ দান। ইয়েই আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ ভেটি। ৰাজ্য এখনৰ প্ৰাণ ৰাজা। প্ৰাণহীন দেহ এটাক

যিদৰে জীৱন্ত বস্তু বুলিব নোৱাৰি, ৰাজা নাইকিয়া নাইবা নামত হৈ থাকা ৰাজা এজনৰ ৰাজ্যও ঠিক সেইদৰে অসাৰ বুলি প্ৰতীয়মান হয়। মঙ্গলময় প্ৰজাবৎসল ৰাজাৰ ৰাজ্যৰ সকলোপিনে জয়-জয় ময়-ময়। এনেকুৱা একজন ৰাজাৰ ৰাজ আসনৰ তলত থাকিয়েই প্ৰাচীন কামৰূপে অসমীয়া প্ৰজাক উপৰত উন্নুকিওৱা অনুপম দান দি যাব পাৰিছিল।

কোচ ৰাজাসকলৰ আঁতি-গুৰিলৈ মন কৰিলে মেচ বুলি জানা যায়*। পাচত তেওঁবিলাক ৰাজা বুলি ঘোষিত হোৱাত আৰু ক্ষমতাশালী হৈ উঠাত ব্ৰাহ্মণসকলে তেওঁবিলাকক ৰাজবংশী বা কোচৰ শাৰীলৈ তুলি হিন্দু কৰি ললে।

এইদৰে হিন্দু ধৰ্ম্মত উঠি মহাৰাজ নৰনাৰায়ণ এই ধৰ্ম্মৰ পৃষ্ঠপোষক হৈ পৰিল। হিন্দুধৰ্ম্মানুষ্ঠান তেওঁৰ ব্ৰত হল। তেওঁৰ ৰাজসভাত সাৰ্ব্বভৌম ভট্টাচাৰ্য্যকে প্ৰভৃতি বিদ্বান পণ্ডিত মণ্ডলীৰ ধৰ্ম্মালোচনাৰ ওৰ নপৰা হল।

যি সাহিত্য-সম্পদৰ কথা আগতে কোৱা হল সেই সাহিত্য—সেই অসমীয়া প্ৰজাৰ উপযোগী ধৰ্ম্মগ্ৰন্থৰাজি কেনেকৈ হল সি বাস্তৱিকে জানিব লগীয়া কথা। বৰজানৰ পাৰত নগৰ পাতি নৰনাৰায়ণ-ৰাজাই পাটবাউসীৰপৰা শঙ্কৰদেৱক মাতি আনিলে বুলি আগতে উল্লেখ কৰা হৈছে। কিন্তু অকল শঙ্কৰদেৱকে নহয়,—

"গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তকে আনি সত্ৰ দেৱাল পাতিলা॥

* "The progenitor of Koch Kings was a Mech or Koch —it is not certain which—named Haria Mandal, a resident of Chikangram, a village in the Khuntaghat Pargana of the Goalpara District."—'A History of Assam' by Gait.

বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক॥ ৬০৪

অল্প আয়ু অল্প বুদ্ধি হৈবেক নিশেষ।
লোপ হৈব পূৰ্ব্ব শাস্ত্ৰ গ্ৰন্থাদি বিশেস॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ॥ ৬০৫

সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে॥
শুনিয়োক আজ্ঞা মোৰ ৰাম সৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি॥ ৬০৬

আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্ৰত॥
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ।
আকে শুনি নৰলোকে পাইব পৰম্পদ॥ ৬০৭

শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য় কন্ধৰ পদ কৰা নিবন্ধন॥
হৰিৰ ভক্তিক তুমি কৰিয়ো প্ৰচাৰ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ॥ ৬০৮

শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্য-খণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি॥ ৬০৯

এহি মতে পণ্ডিত সবক বুলিলন্ত।
তেবে কলি যুগে শাস্ত্ৰ লোপ নহৈবন্ত॥
* * * *।
* * * *॥" ৬১০

—দৰঙ্গৰাজবংশাৱলী।

মহাৰাজ নৰনাৰায়ণ এজন বিদ্বান আৰু বিদ্যোৎসাহী পণ্ডিত আছিল। তেওঁ যে এজন সুন্দৰ শাস্ত্ৰজ্ঞ ৰজা আছিল পণ্ডিত সকলৰ প্ৰতি তেওঁৰ উপৰৰ উপদেশেই তাৰ যথেষ্ট চিনাকি। তেওঁৰ পিতাক বিশ্বসিংহৰ মৃত্যুৰ আগৰ-থিনিলৈকে তেওঁ বাৰানসীত বিদ্যাশিক্ষা কৰিছিল। তেওঁ এজন ৰীতিমত ব্ৰহ্মচাৰী আছিল; আন পক্ষে তেওঁ এজন দয়ালু আৰু উদাৰ চিতৰ ৰাজপুৰুষ। ভাঠী বয়সলৈকে তেওঁ ব্ৰহ্মচাৰীভাবেই জীৱন যাপন কৰিছিল; শেষত চিলাৰায়ৰ বুজনি-সূচক অনুৰোধত হে তেওঁ বিয়া কৰায়, আৰু সময়ত লক্ষ্মীনাৰায়ণ কোঁৱৰ উপজে। মুঠ কথা, ৰজা একজনৰ গাত যি যি সজগুণ থাকিব লাগে, সেই সকলোবোৰ নৰনাৰায়ণ ৰজাৰ গাত আছিল। সেই কাৰণে হে তেওঁ এক বিশাল আৰু শান্তিময় ৰাজ্য গঢ়িব পাৰিছিল,—সেই কাৰণে হে অলেখ মঠ-মন্দিৰ, আলি-পুখুৰীক দেখুৱাই আজি অসমীয়াই নিজৰ গৌৰৱ ঘোষণা কৰিব পাৰিছে,—আৰু সেই কাৰণেই অসমীয়াই আজি পুৰণি অসমীয়া সাহিত্যৰ নামত জগতত এটা প্ৰাচীন আৰু উন্নত জাতি বুলি প্ৰমাণিত হব পাৰিছে।

অসমৰ এই উন্নতিৰ মূল কোচ ৰজা মহাৰাজ নৰনাৰায়ণ; আৰু বৰনগৰতে এই মূলৰ গজালি ওলাই চাৰিও পিনে বগাই যাই অসমীয়াৰ মাজত ই অনুপম সাহিত্যৰ ফল বিলাইছিল।

পণ্ডিত সকলৰ উপৰোক্ত শাস্ত্ৰ ৰচনাৰ কাম এক বছৰ বা দুই তিনি বছৰত শেষ হোৱা নাছিল। এই কাৰ্য্যৰ যি খৰতৰ স্ৰোত বৈল সি পাচৰ প্ৰায় আঢ়ৈশ বছৰ কাল অবিৰাম গতিতে চলিছিল। মহাৰাজ নৰনাৰায়ণৰ আগেয়ে যে পুৰণি অসমত সাহিত্য-চৰ্চ্চা আৰম্ভ হোৱা নাছিল এনে নহয়। নৰনাৰায়ণৰ পূৰ্ব্বে এশ বছৰতকৈও কিছু আগৰ-পৰা সাহিত্য-চৰ্চ্চাৰ ক্ষীণ স্ৰোত এটা বৈ আছিল; মাত্ৰ ইয়াক অলপ

খান্দি-কুড়ি দ কৰি দি নৰনাৰায়ণ ৰাজাই বেচি বেগে বৈ যোৱাৰ দিহা কৰি দিলে।

এই সময়ৰ সাহিত্যিক পণ্ডিত-সকলৰ ভিতৰত ৰাম সৰস্বতী, শঙ্কৰদেৱ, মাধৱদেৱ আৰু ভট্টদেৱৰ নাম এই প্ৰবন্ধত বিশেষকৈ উল্লেখ কৰিব লগীয়া; কাৰণ ৰংনগৰৰ লগত এওঁবিলাকৰ সম্পৰ্ক বৰ বেচি। ওপৰত তুলিদিয়া 'দৰঙ্গৰাজবংশাৱলী'ৰ পদ অনুসাৰে ৰাম সৰস্বতীয়ে অসমীয়া মহাভাৰত লেখে। নৰনাৰায়ণ ৰাজাৰ আদেশ মতে যে কবিয়ে এই ৰচনা-কাৰ্য্য কৰিছে, তাক কবিয়ে নিজে স্বীকাৰ কৰিছে।—

"জয় নৰনাৰায়ণ নৰ শিৰোমণি।
সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগণি॥
আমাক কৰিল আজ্ঞা সাদৰ বচনে।
ভাৰত পয়াৰ তুমি কৰিবা যতনে॥"—মহাভাৰত,বনপৰ্ব্ব।

ৰাম সৰস্বতীয়ে 'মণিচন্দ্ৰ ঘোষ'ৰ এঠাইত লেখিছে,—

"প্ৰণামো মুকুন্দ দেৱৰ চৰণ,
গুণে নাহি সম যাৰ।
আমাৰ ভাৰতচন্দ্ৰ নাম দিল
কবিচন্দ্ৰ নাম আৰ॥"

—এই পদটো অৱলম্বন কৰিয়েই 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী' লিখক শ্ৰীযুত দেবেন্দ্ৰনাথ বেজবৰুৱা ডাঙৰীয়া আৰু 'শঙ্কৰদেৱ' লিখক শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই "শুক্লধ্বজ ৰজাৰ পুতেক মুকুন্দ দেৱেই ৰাম সৰস্বতীক ভাৰতচন্দ্ৰ আৰু কবিচন্দ্ৰ নাম দিয়ে" বুলি লিখিছে *। কিন্তু, শুক্লধ্বজ ৰাজাৰ অৰ্থাৎ চিলাৰায়ৰ ৰঘুদেৱত বাজে

---

* (১) 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী'ৰ ১৪৬ পিঠি।
(২) 'শঙ্কৰদেৱ'ৰ ৬৬ পিঠি।

আৰু কোৱঁৰ আছিল বুলি কোনো পুৰুষিনামাতে পোৱা নাযায়। বিজনী আৰু দৰঙ্গৰ পুৰুষিনামাত শুক্লধ্বজৰ পাচত সপ্তম ৰাজা হিচাবে মুকুন্দ-নাৰায়ণ নামে এজনৰ নাম পোৱা যায়; তেওঁ যে উপৰৰ মুকুন্দদেৱ নহয় তাত কোনো ভুল নাই। তেওঁ বৰনগৰৰ শেষ ৰাজা জয়নাৰায়ণৰ পৰিনাতি, আৰু ৰাম সৰস্বতী এওঁৰ বহু পূৰ্ব্বেই স্বৰ্গী হৈছে। যদি মুকুন্দদেৱক শুক্লধ্বজৰ পুতেক বুলি অৰ্থাৎ মুকুন্দদেৱৰ নামটো ৰঘুদেৱৰে আন এটা নাম বুলি ধৰা যায়, তেন্তে ৰাম সৰস্বতী কামৰূপৰ ৰাজা ৰঘুদেৱৰ ৰাজসভাত থাকা কথাটো উক্ত পদে সুন্দৰৰূপে সমৰ্থন কৰিব।

ৰাম সৰস্বতীয়ে মহাভাৰতৰ 'উদ্যোগ পৰ্ব্বত' লিখিছে,—

"ৰঘুদেৱ নৃপতিৰ ৰূপৱতী পটেশ্বৰী
তান দুই পুত্ৰ ভৈলা জাত।
নিজগুণে গুণাকৰ মুকুন্দদেৱ যে বৰ
ছোট বলিনাৰায়ণ খ্যাত।
দৈৱযোগে হেন ভৈল যেন সূৰ্য্য অস্ত গৈল
মাণিকক বিন্ধিলেক ঘুণে।
সৰ্ব্বলোকে কৰে শোক মুকুন্দ যে পৰলোক
দেহ ধৰ্ম্ম মৰমৰ গুণে॥
তাহান কনিষ্ঠ ভাই ৰূপে যাক সম নাই
ৰঘুদেৱ নৃপতিৰ সুত।
নামে বলি নাৰায়ণ দেখি যাৰ গুণাগুণ
দ্বিজগণে প্ৰশংসে বহুত॥
* * *
পৰাক্ৰমে গুণালয় ৰূপে যেন ধনঞ্জয়
যাৰ যশ দশোদিশে গৈলা।

ধৰ্ম্মৱন্ত দেখি সাৰ স্বৰ্গ মহাৰাজা যাৰ
ধৰ্ম্মনাৰায়ণ নাম থৈলা ॥”

—ইয়াৰপৰা স্পষ্টকৈ

বুজা যায় যে, মুকুন্দদেৱ ৰঘুদেৱৰ পুতেক আৰু বলি নাৰায়ণৰ ককায়েক। তেনেহলে পৰীক্ষিত নাৰায়ণ এওঁৰ ভায়েক ( brother )। গতিকে মহাৰাজ নৰনাৰায়ণ স্বৰ্গী হোৱাত ৰাম সৰস্বতীয়ে কিছুকাল বিজয়নগৰ অৰ্থাৎ বৰনগৰত ৰঘুদেৱৰ ৰাজসভাত থাকি সাহিত্য-চৰ্চ্চা কৰাটো নিৰ্ভুল সত্য। তাৰ পাচত হে বলিনাৰায়ণে ধৰ্ম্মনাৰায়ণ নাম লৈ আহোমৰ আশ্ৰয়ত দৰঙ্গত গৈ ৰাজধানী পাতাত আৰু ইয়াত অনৱৰত যুদ্ধ-বিগ্ৰহাদি হৈ থাকাত বৰনগৰৰ ৰাজসভা এৰি দৰঙ্গলৈ যায়। অসমীয়া সাহিত্যৰ ভড়ালত এইজন কবিৰ যথেষ্ট পুথি পোৱা যায়।

ৰাম সৰস্বতীৰ পাচতে শঙ্কৰদেৱ আৰু মাধৱদেৱ। এওঁলোকৰ সময়ত অসমীয়া সাহিত্যৰ সৌন্দৰ্য্য আৰু সম্পদ আৰু এক কলা চৰিল। শঙ্কৰদেৱে নৰনাৰায়ণ ৰাজাৰ আদেশ মতে মাধৱদেৱ প্ৰভৃতিক লগত লৈ দ্বাদশস্কন্ধ ভাগৱতৰ ভাঙ্গনি কৰাৰ উপৰিও বৰগীত, ভটিমা, চপয়, টোটয় আৰু নাট ৰচনা কৰি অসমীয়া সাহিত্যক নতুন অলঙ্কাৰেৰে অলঙ্কৃত কৰিছিল। শঙ্কৰদেৱ আৰু মাধৱদেৱে এইবোৰ ৰচনাৰ কাম বৰনগৰ আৰু ইয়াৰ নিচেই ওচৰৰ বৰপেটা আৰু পাটবাউসীতে থাকি সমাধা কৰিছিল। বৰনগৰত নৰনাৰায়ণ ৰাজাৰ লগত প্ৰথম সাক্ষাত হোৱাৰ পাচতো সময়ে সময়ে কোচবিহাৰ আৰু বিজয়নগৰলৈ এওঁবিলাকে আহা-যোৱা কৰিছিল।

এওঁবিলাকৰ পাচত আন একজন সাহিত্যিকে অসমীয়া ভাষাক নতুন এক সাঁচত ঢালিব পাৰা কৰি ফেলালে। বৰনগৰৰ পক্ষে ই বৰ গৌৰৱৰ বিষয় যে, এইজন সাহিত্যিক পণ্ডিত বৰনগৰৰ বতাহ-পানীত ডাঙৰ হৈ

এই বৰনগৰতে নিজৰ নাম থৈ গৈছে। এওঁ দেৱ দামোদৰৰ প্ৰধান আৰু বিশ্বাসী শিষ্য ভট্টদেৱ; এৱেই ভাগৱত ভট্টাচাৰ্য্য বৈকুণ্ঠনাথ কবিৰত্ন। ষষ্ঠ আধ্যাত 'গুৰু লীলা'ৰপৰা তুলি দিয়া পদ কেই ফাকিত এওঁৰ বিষয়ে কিছু কথা পাঠক-সকলে জানিব পাৰিছে। এওঁৰ বিস্তৃত জীৱনী নাই। এওঁ বজালীৰ অন্তৰ্গত বিছানকুছি গাওঁত উপজিছিল বুলি সমালোচক-সকলে কয়। তাৰ পাচত ডাঙৰ হোৱাত বৰনগৰৰ অন্তৰ্গত ভেৰা গাওঁলৈ আহি শাস্ত্ৰ অধ্যয়ন কৰি আছিল। এওঁ ব্ৰাহ্মণৰ লৰা আছিল। গতিকে সেই কালৰ ব্ৰাহ্মণৰ ভাষা সংস্কৃত এওঁ সুন্দৰৰূপে শিক্ষা কৰিছিল। তাৰ ফলত সেই যুগৰ যিসকল সাহিত্যিক পণ্ডিতে মূল শাস্ত্ৰ ঘাটি অসমীয়া ভাষাত শাস্ত্ৰাদি প্ৰণয়ন কৰি নিজৰ পাণ্ডিত্য প্ৰকাশ কৰি গৈছে সেই-সকলৰ ভিতৰত ভট্টদেৱকে প্ৰথম বুলিব পাৰি। ভাগৱত শাস্ত্ৰত এওঁ ইমানখিনি পাৰগতালি লাভ কৰিছিল যে,ইয়াক ব্যাখ্যা কৰিবৰ সময়ত শ্ৰোতাসকলৰ মনত তেওঁ নিজেই এই শাস্ত্ৰৰ ৰচক বুলি ধাৰণা জন্মাই দিব পাৰিছিল। তেওঁৰ মনত যেতিয়া ধৰ্ম্মভাবৰ প্ৰাধান্য বাঢ়িল আৰু দেৱদামোদৰে উজনিৰপৰা আহি পাটবাউসীত নিগাজীকৈ থিতাপি লোৱাৰ কথা যেতিয়া শুনিব পালে তেতিয়া ভট্টদেৱে পাট-বাউসীক যাই দেৱ দামোদৰৰ ওচৰত শৰণ লয়। ভাগৱত শাস্ত্ৰত এওঁৰ বিশেষ ব্যুৎপত্তি থকাটো জানিব পাৰি শাস্ত্ৰবিদ্ পণ্ডিত প্ৰভু দামোদৰ দেৱে এওঁক পাটবাউসী সত্ৰৰ 'প্ৰধান ভাগৱতীৰ পদত নিযুক্ত কৰিছিল। এওঁৰ মুখে ভাগৱতৰ সহজ আৰু সুন্দৰ ব্যাখ্যা শুনি দামোদৰ-দেৱে গদ্য অসমীয়াত ভাগৱত শাস্ত্ৰৰ ভাঙনি কৰিবলৈ এওঁক উপদেশ দিয়ে। ইয়াৰ পূৰ্ব্বে নৰনাৰায়ণ ৰাজাৰ আদেশ মতে যদিও শঙ্কৰদেৱে অসমীয়া ছন্দত ভাগৱত শাস্ত্ৰক ভাঙিছিল, দামোদৰ দেৱৰ জনা আছিল যে, সেই ভাঙনি এক প্ৰকাৰৰ ব্যাখ্যাত বাজে আন একো

নহয়; আৰু এই ভাঙনি পঢ়ি মূল ভাগৱতৰ এটা ধাৰণা কৰি লোৱা সকলোৰে পক্ষে সহজ নহয়। ফলত ভাগৱত শাস্ত্ৰক মানুহে ভুলকৈ বুজিব পাৰে; নাইবা তেওঁৰ প্ৰচাৰিত ধৰ্ম্মকে আন কোনোবাই আন আকৃতি দিব পাৰে। ভট্টদেৱে শেষত বৰনগৰৰ ৰাজসভাক আহি ভাগৱত শাস্ত্ৰ ব্যাখ্যা কৰিব লাগা হোৱাত লগে লগে অসমীয়াত তাৰ গদ্য ভাঙনি কৰি গৈছিল। এই ভাঙনিয়েই ভট্টদেৱৰ 'কথা-ভাগৱত'— অসমীয়া সাহিত্য আকাশৰ গৌৰৱ ৰবি।

বৰনগৰৰ স্বাধীনতা লোপ পোৱাৰ লগে লগে অৰ্থাৎ বৰনগৰত কোচ ৰাজাৰ আমোল উঠাৰ লগে লগে ইয়াৰ যুটীয়া সাহিত্য চৰ্চ্চা লোপ পালে। ইও এক সৃষ্টি-ৰীতি।

---

# দশম আধ্যা।

## সামৰণি।

সামৰণিত বৰনগৰীয়া ভাইসকলক কওঁ,—ভাই সকল, আপোনালোক ধন্য। এনেকুৱা প্ৰাচীন কীৰ্ত্তিপূৰ্ণ প্ৰসিদ্ধ স্থানত জন্ম পোৱাৰ কাৰণে আপোনালোক মান্য। ইয়াতকৈও আপোনালোক বেচি ধন্যবাদৰ পাত্ৰ হ'বা, যদি প্ৰাচীন বৰনগৰৰ গৌৰৱ ৰক্ষা কৰিবলৈ আপোনালোক কাচি পাৰি কামত লাগে। কালৰ সোঁতত মলিয়ন হোৱা বৰনগৰক ঘঁহি পিহি নিকা কৰি য'দি ইয়াৰ আগৰ শ্ৰী আকৌ ঘুৰাই আনিব পাৰে তেন্তে আনে আপোনালোকক অতি সন্মানৰ চখুৰে চাব।

এই বৰনগৰতে সাহিত্যৰ বীজ পচাই লৈ যাই কতজনে মৰাৰ পাচতো নাম থৈ গল; এই বৰনগৰত সাহিত্য চৰ্চ্চা কৰিয়েই ভট্টদেৱে

কবিৰত্ন, ভাগৱত ভট্টাচাৰ্য্য প্ৰভৃতি উপাধি লাভ কৰিছিল। বৰ্ত্তমানঃ বৰনগৰেও আজি শিক্ষাৰ সোঁতত গা এৰি দি সাহিত্য সাগৰত বুৰ মাৰক যাই ; তেনেহলে হে প্ৰাচীন বৰনগৰৰ ভাগ্যলক্ষ্মী আহি বৰ্ত্তমান বৰনগৰক আশ্ৰয় কৰিব।

পুৰণি কালৰ বৰনগৰত স্ত্ৰী শিক্ষাৰ প্ৰচলনো সুন্দৰ আছিল। তাৰ ফলত তেতিয়াৰ সমাজত বিদুষী আৰু বিদ্যোৎসাহিনী তিৰোতা দেখিবলৈ পোৱা গৈছিল। নৰনাৰায়ণ ৰজাৰ ৰাজ পৰিয়ালত কেবাজনীও বৰনগৰ অঞ্চলৰ ছোৱালী বৈবাহিক সূত্ৰে গৃহীত হৈছিল ; সেই আটাই কেইজনীয়েই সুন্দৰ শিক্ষিতা, বিদুষী আৰু বিদ্যোৎসাহিনী আছিল। চণ্ডীনাৰায়ণ বৰুৱাৰ জীয়েক মনোমতী আৰু তেওঁৰ সখীয়েক পদ্মীলা প্ৰভৃতি সুশিক্ষিতা ছোৱালীৰ সুন্দৰ আদৰ্শ। কিন্তু, আজিৰ বৰনগৰত শিক্ষিতা ছোৱালী কেইজনী ?

ভাষা সম্পৰ্কে কব লাগিলেও পুৰণি বৰনগৰত যে মাতৃভাষা অসমীয়াৰ সুন্দৰ চৰ্চ্চা হৈছিল তাক আগতে বিস্তাৰিতৰূপে আলোচনা কৰা হৈছে। পুৰণি বৰনগৰকে প্ৰাচীন কামৰূপী বা অসমীয়া ভাষাৰ কেন্দ্ৰ স্থান বুলিলে বেচি কোৱা নহয়। কিন্তু, দুখ লাগে আজিৰ বৰনগৰত অসমীয়া ভাষাটো সৰ্ব্বসাধাৰণৰ মাজত যেন অপৰিচিত! বৰনগৰৰ আধুনিক নাট্য-দলবিলাকে অসমীয়া নাটক অভিনয় কৰিবলৈ বোলে টান পায়!—বঙ্গালী নাটক পালে হে বোলে তেওঁবিলাকে কৃতিত্ব দেখুৱাব পাৰে!—ইও এক প্ৰকাৰৰ অধঃপতন।

প্ৰাচীন বৰনগৰত কৃষি বাণিজ্যৰো বহুল উন্নতি দেখিবলৈ পোৱা গৈছিল। এক ঠাইৰ কৃষিজাত বস্তুবোৰ আন ঠাইৰ মানুহে উপভোগ কৰিবৰ সুবিধাৰ কাৰণে সেই কালৰ বৰনগৰত নৌ-বাণিজ্যৰ সুন্দৰ প্ৰচলন আছিল। এই বাণিজ্য-বৃত্তি অবলম্বন কৰিয়েই ভবানন্দই শেষত

ভৱানন্দ সাউদ বুলি জানাজাত হৈছিল। এই অঞ্চলত সেই কালত এনে এটা নদী নাছিল যত ভৱানন্দ সাউদৰ নৌ-বাণিজ্য চলা নাছিল। এনে কি ভৱানন্দই উজনি আৰু নামনি অঞ্চলৰ লগতো বহিৰ্বাণিজ্য চলাইছিল। কিন্তু দুখ লাগে আজি বৰনগৰৰ কৃষি-বাণিজ্য মৈমনসিংগীয়া আৰু বঙ্গালী-মাৰোৱাৰীৰ হাতত। বিদেশীয়ে ইয়াৰ কৃষি-বাণিজ্যৰ ফল ভোগ কৰি আনন্দ পাইছে; আৰু বৰনগৰে নিজৰ ফটা কানিকে টুকি বিলাসিতাৰ বাত প্ৰাণ ঢালি নাচিছে। যি হক, বৰনগৰীয়া ভাই সকল,এতিয়াও সময় আছে; এতিয়াও যদি আপোনালোক কৃষি-বাণিজ্যৰ ফালে অলপ মন দিয়ে তেন্তে এতিয়াও আপোনালোকৰ জন্মভূমি প্ৰাচীন বৰনগৰৰ লুপ্ত গৌৰৱ উদ্ধাৰ কৰিব পাৰাৰ সম্ভাৱনা আছে।

ৰাজনীতিতো প্ৰাচীন বৰনগৰ পাচ পৰা নাছিল। বৰনগৰীয়া চণ্ডীনাৰায়ণ বৰুৱাৰ ৰাজনীতি চাওক;—তেওঁ নিজৰ এলেকা দুৰ্দ্দান্ত মানবিলাকৰ হাতৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে কি ফিকিৰ নাসাজিছিল!— যদিও তেওঁৰ ঘৰুৱা শত্ৰুৰ কু-অভিসন্ধিত বিশেষ কোনো ফল দেখুৱাব নোৱাৰিলে।

সেই কালৰ অসমীয়া সৈন্যদলত বৰনগৰীয়া সৈন্য যথেষ্ট আছিল। অসমীয়া সৈন্যৰ উপৰত বিদেশী আক্ৰমণকাৰীসকলৰ যি সুন্দৰ মন্তব্য আছে তাত বৰনগৰীয়া সৈন্যেৰো ভাগ আছে। ভাই সকল, বিচাৰি চাওক আজি আপোনালোকৰ মাজত কেইজন তেনেকুৱা কৰ্ম্মঠ মানুহ আছে! প্ৰকৃততে যে নাই তেনেও নহয়; আলাহৰ সাজ-পাৰ সোলোকাই থলে আজিও প্ৰাচীন বৰনগৰৰ নিচিনাকৈ দলে দলে কৰ্ম্মঠ কৰ্ম্মী বৰ্ত্তমান বৰনগৰে উলিয়াই দিব পাৰে!

নিজৰ জন্মঠাইৰ পুৰণি গৌৰৱ উদ্ধাৰ কৰি অসমীয়াৰ জাতীয় গৌৰৱ ৰক্ষা কৰাত বৰনগৰবাসী ভাই সকলক ঈশ্বৰে হিয়াত বল দিয়ক!

ইতি—